# মৰাণ জনগোষ্ঠী



ড° বীৰেন্দ্ৰ কুমাৰ গোহাঁই

অপৰূপা পাব্লিচিং হাউচ
দিশপুৰ, গুৱাহাটী

"Moran Janagosthi" – an Assamese treatise on history and culture of the Morans of Assam and published by Mrs. A. Gohain of M/s. Aparupa Publishing House, Dispur, Guwahati

First Edition : 1995

Price : Rupees One Hundred only

প্ৰথম প্ৰকাশ : ১৯৯৫

বেচ. এশ টকা মাত্ৰ

ছপাশাল :

প্ৰিণ্ট এণ্ড বুক চেণ্টাৰ,
জি. এন. বি. ৰোড
তিনিচুকীয়া-৭৮৬১২৫
ফোন : ২২২২৯/২২২৩০

# আগকথা

তিনিচুকীয়া জিলা তথা অসমৰ আদিমবাসী মৰাণসকলৰ বিষয়ে বিশেষ কিতাপ পত্ৰ পোৱা নাযায়। কিন্তু অসম বুৰঞ্জীত মৰাণসকলৰ স্বকীয় স্থিতি বিদ্যমান। তিনিচুকীয়া জিলাৰ মৰাণলোকসকলে আমাক বিশেষভাৱে নিজৰ কৰি পেলালে। গতিকে তেওঁলোকৰ বিষয়ে লিখাটো একপ্ৰকাৰ নৈতিক কৰ্তব্যত পৰিণত হ'ল। লিখাৰ সমল যোগালে বিশেষকৈ পিয়লগুৰি সত্ৰ, উৰন সত্ৰ, কপাহতলি সত্ৰ, বৰডিবাক সত্ৰ আৰু হাতীগড় মোলানী সত্ৰৰ সত্ৰাধিকাৰ প্ৰভু সকলে। তদুপৰি মৰাণসমাজৰ বিশিষ্ট ব্যক্তি শ্ৰীফুলেশ্বৰ মৰাণ ভাড়ৰীয়া, শ্ৰীখগেশ্বৰ মৰাণ, শ্ৰীগিৰীশ মৰাণ, শ্ৰীনবীন মৰাণ আদি পণ্ডিতসকলে আমাক লিখাৰ সমল যোগায়। দিহা পৰামৰ্শ দিয়ে শ্ৰীচিদানন্দ বৰুৱাদেৱে। তেখেতে এই পুথিখনিৰ বুৰঞ্জীখণ্ডটি সম্পাদনা কৰে। এই সকল ব্যক্তি তথা মৰাণ ছাত্ৰসন্থাৰ বিষয়ববীয়ালৈ আমাৰ আন্তৰিক কৃতজ্ঞতা থাকিল প্ৰফেচাৰ বিজন দত্তই কেৱল পাণ্ডুলিপি চাই দিয়াই নহয় বহুতো অৰ্থপূৰ্ণ পৰামৰ্শ আগবঢ়াইছিল। মোৰ পত্নী অৰুণিমাই সকলো ক্ষেত্ৰতে সহায় কৰিছে। প্ৰিন্ট এণ্ড বুক চেণ্টাৰৰ শ্ৰীমৃদুল গগৈয়ে সকলো প্ৰকাৰৰ সহায় আগবঢ়াইছে। গতিকে সকলোলৈকে আমাৰ কৃতজ্ঞতা থাকিল। ৺লিহি' চন্দ্ৰ গোস্বামী সত্ৰাধিকাৰৰ "শ্ৰীশ্ৰীমায়ামৰা টিপুক সত্ৰ চৰিত" নামৰ হাতেলিখা পুথিখনিৰ পৰা যথেষ্ট সহায় পোৱা হৈছে এইজনা মহান ব্যক্তিৰ স্মৃতিচাৰণ কৰা হ'ল।

ড° বীৰেন্দ্ৰ কুমাৰ গোহাঁই

# সূচীপত্ৰ

# ১ম অধ্যায়

## (মৰাণৰ উৎপত্তি, আহোম বুৰঞ্জীত মটক মৰাণৰ উল্লেখ, মৰাণ শব্দৰ বিষয়ে মৰাণৰ জনশ্ৰুতি)

"মৰাণ" শব্দটো কৰ পৰা আহিছিল, সেই বিষয়ে সুস্পষ্ট ধাৰণা কৰিব পৰা নাযায়। মৰাণসকলৰ মাজত প্ৰচলিত অতি-কথাত (myth) অতীজতে বুঢ়ী এজনীয়ে মৰাক জীয়াব পাৰিছিল—ইয়াৰে পৰা মৰাণ নাম হয় বুলি মই লগ পোৱা বুঢ়া-বুঢ়ীসকলে কয়। কিন্তু এই অতি-কথা নিৰ্ভৰ যোগ্য নহয়। এই সন্দৰ্ভত নৃতাত্বিক আৰু ভাষাতাত্ত্বিক পণ্ডিতসকলৰো সিদ্ধান্ত একে নহয়। অৱশ্যে এই অতি-কথা ভিত্তি কৰি স্পষ্ট ধাৰণা কৰিব পাৰি যে মৰাণ এটা নিৰ্দ্দিষ্ট জনগোষ্ঠী।

ব্ৰহ্মচাৰাৰ[১] মতে প্ৰাচীন অসমৰ সৌমাৰপীঠলৈ (পূৰখণ্ডলৈ) নেপালৰ পৰা অতীজতে অহা মৌৰাং, মুৰাং বা মৰাং লোকসকলেই মৰাণ। ডেণ্ডলোকে সৌমাৰপীঠলৈ প্ৰায় সপ্তম শতিকাত সোমায় বুলি বীৰধৰ দাসে[২] অনুমান কৰিছে। ইয়াৰ কিন্তু বিজ্ঞান সন্মত ভিত্তি নাই। বেণুধৰ শৰ্মাই[৩] কৈছে যে চুকাফাই সৌমাৰত প্ৰৱেশ

১, ৩, বেণুধৰ শৰ্মা, 'প্ৰাচীন মটক ৰাজ্যৰ ইতিবৃত্ত'
মায়ামৰা সত্ৰ সমাজ ভাষণ আৰু প্ৰবন্ধ, ১৯৮৬ পৃঃ ৫

২, বীৰধৰ দাস, "বুৰঞ্জীত মটক-মৰাণ" মণিদীপ ৬ষ্ঠ বছৰ, ২য়, ও ৩য়, সংখ্যা।

কবাৰ বহু বছৰৰ আগতে প্ৰাচীন কামৰূপৰ ৰজা ধৰ্মপালৰ ৰাজ্যৰ পৰা মেৰাম কৈলৰ এজন লোকে লাহদৈ নামৰ ঠাইত (ওপৰ ব্ৰহ্মপুত্ৰৰ দক্ষিণে আৰু শদিয়াৰ পূৰ্বদিশত অৱস্থিত) ৰজা হৈছিল আৰু মেৰামৰ পৰাই মৰাণ শব্দটো আহিছে। এণ্ডেলে[8] কৈছে যে মৰাণ সকলৰ আদি বাসভূমি আছিল চিন্দ্বিন নদীৰ ওপৰফালে অৱস্থিত হুকং উপত্যকা। ইয়াতে কেইবা শতিকাৰ আগতে ময়ুলাং, মৰাণ আৰু ময়ুৰাণ নামৰ তিনিজন ককাই ভাই বাস কৰিছিল। ময়ুলাং হুকং উপত্যকাতে থাকিল, ময়ুৰাণ নেপাললৈ গ'ল আৰু মৰাণে পাটকাই পাৰহৈ আহি অসম সোমাল। তেওঁ টিফুক নদীৰ পাৰত বাস কৰিছিল। এই মৰাণৰ পৰাই মৰাণ জাতিৰ উদ্ভৱ হয়।

টাই আহোম সকলৰ "পেঞ্চ-কাকা"ত সৃষ্টিতত্ত্বৰ ব্যাখ্যা দিওঁতে কৈছে যে "চাও-ফা-লেংডন"ৰ ভাতৃ "থেনখাম"ৰ বংশ-পৰম্পৰা আৰম্ভ হয় অতি প্ৰাচীন য়ুনান আৰু হুনান সভ্যতাৰ পৰা আৰু ইয়েই বৃহত্তৰ মংগোলীয় জাতিৰ আৰম্ভণিৰ সভ্যতা।

এই প্ৰাচীন সভ্যতা সৃষ্টি কৰে সৃষ্টিৰ সৰ্বকৰ্তা পৰম গুৰু "খুনথাও ন্যেউ লাংকুৰিয়ে"। "পুথেনমুং যাথেন্‌বান" অৰ্থাৎ থেনখাম বংশই দেশ, নগৰ আদি পাতি প্ৰথমে পৃথিৱীত সভ্যতা আৰম্ভ কৰিছিল আৰু "থেনখাম"ৰ সপ্তবংশ হৈছে "আননাং মৌৰাণ-ফিক্ ছাংডাম", "ছাংডেন", "ছাংলাই", "ছাংপু", "কফি", "কছাং", আৰু "কৰাকমাই"। টাই থেকলাই "বেত"ত মৰাণসকলৰ উৎপত্তিৰ বংশলতাক সাত পুৰুষলৈ দিয়া আছে আৰু মৰাণকে মটক বোলা হৈছে। মৰাণ বা মৌৰাণ শব্দৰ টাই অৰ্থ হৈছে মৌ-নিত্য নতুন, ৰাণ

---

8 Rev. Sidney Endle "The Kacharis"

Cosmo Publications, Delhi, 1978



মানে সৃষ্টিতত্ত্বৰ জ্ঞান—অৰ্থাৎ মৰাণ কৈছে সৃষ্টিতত্ত্বৰ জ্ঞান থকা জ্ঞানীবংশ। অৱশ্যে এই ব্যাখ্যা সকলোৱে গ্ৰহণ যোগ্য নহয়। চীনদেশৰ য়ুনান প্ৰদেশৰ লগতে লাগি থকা মৌলাং মেৰীত টাই কৈৰ ৰজাই ৰাজ্য শাসন কৰাৰ কথা টাই-ইতিহাসত উল্লেখ আছে। ওপৰ ব্ৰহ্মদেশত মৈৰাম জাতিৰ লোকৰ বসতিৰ কথা বুৰঞ্জী লিখনিত উল্লেখ আছে। বিপুনাথ বুঢ়াগোহাঁইএ[৫] মৰাণসকল আদিতে টাই গোষ্ঠীৰ একে তেজমঙহৰ লোক বুলি কৈছে।

বেনুধৰ শৰ্মাই[৬] কৈছে, "কেদাৰ ব্ৰহ্মচাৰী, ভূদেৱ মুখাৰ্জী আৰু চিত্তেলীয়েৰ বনচেনৰ মতে মৰাণ সকল যাক মটক বোলা হয়—অতীজতে নেপালৰ পশুপতিনাথ মন্দিৰৰ ওচৰৰ পৰা অহা। মৰাণ, মেৰাম, মোৰংগ, মিৰাং, মিটাং বা মৰা-একে কথা। গুৰিতে জাতি একেটাই। কিন্তু নেপালৰ পাদদেশৰ পৰা আহি ঠায়ে ঠায়ে ভেদোল-ভেদোল হৈ পৰাত ঠাই অনুসৰি নামটোইত সলনি হ'ল। ডাথাম, ডেল্টন, হডচন আদি ইংৰাজ নৃতত্ত্বৱিদ বিলাকৰ আই-কলা সিদ্ধান্তকে অনুসৰণ কৰি বহুতে মৰাণ জাতিক মঙ্গোলীয় শ্ৰেণীতে পেলাইছে। সেই ধাৰণা সত্য বুলি বিবেচিত হ'ব নোৱাৰে। কিয়নো পূব ভাৰতৰ মনিপুৰ, ত্ৰিপুৰা আৰু কোচবিহাৰৰ উত্তৰতো মৰাণ বা মৈৰাং জাতিৰ নিবাস। ধনশিৰি পাৰৰ মৰঙ্গীয়েও মৰাণ বা বৰাহী কছাৰীকে বুজায়"। কিন্তু বেনুধৰ শৰ্মাৰ এই উক্তিৰ কোনো বিজ্ঞানসম্মত আধাৰ নাই।

কোনো শব্দৰ উচ্চাৰণৰ সামঞ্জস্য বিভিন্ন ভাষাভাষী জনগোষ্ঠীৰ মাজত থাকিব পাৰে, কিন্তু তেনে সামঞ্জস্যৰ ভিত্তিতে যি কোনো

৫ বিপুনাথ বুঢ়াগোহাঁই "আহোম মৰাণৰ সম্বন্ধ", সোমাৰ গিৰি

৬ বেনুধৰ শৰ্মাৰ "বেনুধৰ শৰ্মা ৰচনাৱলীত অন্তৰ্ভুক্ত হোৱা সদৌ অসম মটক" সন্মিলনিৰ সভাপতি অভিভাষণ, পৃঃ ৪০২, ৪০৪

নৃতাত্ত্বিক সিদ্ধান্ত গ্ৰহণ কৰাটো উচিত নহয়। এনে সিদ্ধান্ত পূৰ্ব ভাৰতলৈ অতীজতে হৈ যোৱা বিভিন্ন জনগোষ্ঠীৰ প্ৰব্ৰজনৰ অলিখিত ইতিহাসৰো পৰিপন্থী।

এই সম্পৰ্কত ভাষাতত্ত্ববিদ গ্ৰীয়েৰছনে উত্তৰ ব্ৰহ্মদেশৰ (বৰ্ত্তমান ম্যানমাৰৰ) কাচিন সকলৰ বিষয়ে লিখোতে সেই জনগোষ্ঠীৰ পাচোটা ফৈদৰ ভিতৰত "মৰাণ" ফৈদৰ কথাও উল্লেখ কৰিছে। কাচিনসকলে নিজকে চিং পা অৰ্থাৎ আমাৰ ভাষাত চিংফৌ বুলি চিনাকী দিয়ে যাৰ অৰ্থ হ'ল মানুহ। অসমৰ মৰাণসকলেও অতীজত নিজকে হাবুং বা মানুহ। অৰ্থাৎ ভূমিপুত্ৰ বুলি চিনাকী দিছিল, উল্লেখিত মৰাণ সকলেই হয় ৰাজ্য বিস্তাৰ কৰি নহয় সাধাৰণ প্ৰব্ৰজনৰ যোগেদি শদিয়াৰ পূব, পশ্চিমে আৰু দক্ষিণলৈ বিয়পি পৰিছিল আৰু কালক্ৰমত বড়োগোষ্ঠীৰ লোকসকলৰ প্ৰভাৱত নিজৰ কথিত ভাষাৰ ভড়ালত বড়োকছাৰী সকলৰ ভাষাৰ শব্দও সোমাল বুলি ভাবিব পাৰি।

এণ্ডলে ১৯১০ চনত লিখি থৈ গৈছে যে বুঢ়ীদিহিং নদী আৰু ব্ৰহ্মপুত্ৰৰ মাজৰ ভূমিখণ্ডত মৰাণ-কছাৰীয়ে বাস কৰে আৰু তেওঁলোকৰ জনসংখ্যা ৬০০০ ৰ বেছি নহয়। তেওঁলোকক কপাহীয়া বুলিও কোৱা হয়। কাৰণ আগতে তেওঁলোকে আহোম স্বৰ্গদেউ সকলৰ কাৰণে কাকতল, মৰিয়নী, জাঁজী, হোলোঙাপাৰ আদি ঠাইত কপাহখেতি কৰিছিল। গতিকে এণ্ডেলে মৰাণ সকলক বৃহৎ বড়োগোষ্ঠীৰ লোক বুলি ঠাৱৰ কৰিছে।

গেইটে[১] ১৮৯১ চনত Census of India নামৰ গ্ৰন্থত লিখি গৈছে যে আদিতে মৰাণসকলৰ নিজা ভাষা আছিল আৰু

Sir Edward Gait 'Census of India' 1891, P 160

সেই ভাষা কছাৰীৰ লগত মিলিছিল কিন্তু কালক্ৰমত সেই ভাষা নাইকীয়া হ'ল আৰু মৰাণসকল অসমীয়া ভাষী হ'ল। গ্ৰিয়ৰ্ছনে[৮] বড়ো ভাষাৰ লগত মৰাণভাষাৰ ২৪ শব্দৰ ভাষাগত সামঞ্জস্য দেখুৱাইছে।

সেইটো মৰাণ ভাষাৰ ওপৰত যি টোকা দি থৈ গৈছে তাক সন্নিবিষ্ট কৰিছে গ্ৰীয়াৰছনে[৯] আৰু সেই টোকাত সেইটো মৰাণ ভাষা মৃতপ্ৰায় আৰু মাত্ৰ কেইটামান বড়ো মূলৰ শব্দহে এতিয়ালৈ বলগৈ বুলি কৈছে। ডিমাচা কছাৰী ভাষাৰ লগত এই শব্দবোৰৰ সামঞ্জস্য অতি বেছি। কিন্তু অসমীয়া ভাষী লোৱা হেতুকে দুই এটা বড়ো মূলৰ শব্দৰ বাহিৰে বড়ো-জাতীয় ভাষাৰ কোনো চিহ্ন নবলগৈ ৰজনীকান্ত বৰদলৈয়ে মৰাণ সকল বড়ো প্ৰজাতি বুলি কৈ গৈছে। বিৰিঞ্চি কুমাৰ বৰুৱাইও[১০] মৰাণ সকল বড়ো প্ৰজাতি আৰু আদিতে তেওঁলোক ইয়াং—চিকিয়াং আৰু হোৱাংহো নদীৰ পাৰত পশ্চিম চীনদেশত বাস কৰিছিল বুলি কয়।

ভুবন মোহন দাসে[১১] মৰাণৰ একালৰ ভাষাৰ লগত তিব্বতবৰ্মী পৰিয়ালৰ বড়ো ভাষাৰ লগত বিশেষ সাদৃশ্য আছিল বাবে তেওঁলোকে অসমৰ উত্তৰ - পূব কোণেৰে অসমত প্ৰৱেশ কৰিছিল বুলি ভাবিবৰ থল আছে বুলি কৈছে। তিব্বত-বৰ্মী ভাষা-ভাষী লোকসকলৰ আদি ভূমি আছিল হোৱাংহো আৰু ইয়াং-চিকিয়াং নদীৰ ওচৰৰ

---

৮, ৯ G. A. Grierson 'Linguistic Survey of India' Vol III, 1903 P. 130

১০ Brinchi Kr. Barua 'A Cultral History' of Assam, 1969, Guwahati

১১ ড° ভুবন মোহন দাস "মৰাণ : ঐতিহাসিক পটভূমিত এটি দৃষ্টিপাত" "মৰাণ সংস্কৃতিৰ ৰূপৰেখা" ১৯৮৯ কাকপথাৰ

চীনদেশৰ উত্তৰ-পশ্চিম ভূমিভাগ। মৰাণসকলো এই অঞ্চলৰ পৰা আহিছিল বুলি দাসে অনুমান কৰিছে। নৃতাত্ত্বিক দৃষ্টি কোণৰ পৰা মৰাণ সকলৰ মাজতো মংগোলীয় প্ৰজাতি লক্ষণৰ লগতে অষ্ট্ৰেলীয় চৰিত্ৰ সোমাই থকাটো একো আচৰিত হ'ব লগীয়া কথা নহয় বুলি দাসে কৈছে। তেওঁ মৰাণ সকলৰ মাজত পিচলৈ ককেচীয় প্ৰজাতীয় উপাদানো যে প্ৰৱেশ কৰিছে তাত কোনো সন্দেহ নাই বুলি মন্তব্য কৰিছে।

ৰাজমোহন নাথে[১২] মৰাণৰ উৎপত্তি সম্বন্ধে এনেদৰে ধাৰণা কৰিছে। তেওঁ মৰিয়া নামৰ এটা অষ্টিক গোটৰ লোকৰ অসমত প্ৰৱেশ কৰাৰ কথা আৰু বড়োসকলৰ লগত তেওঁলোকৰ সংমিশ্ৰনৰ ফলত মৰাণ সকলৰ উৎপত্তি হোৱা ধাৰণা কৰিছে আৰু ভূবন মোহন দাসে এনে সংমিশ্ৰনৰ সম্ভাৱনাৰ কথা একেবাৰে উলাই কৰিব নোৱাৰি বুলি অভিমত দিছে।

কিন্তু ভুবন মোহন দাসৰ এই মন্তব্য গ্ৰহণযোগ্য নহয় আৰু নাথৰ এই সিদ্ধান্তৰ বৈজ্ঞানিক দৃষ্টিভংগীৰ পৰা চাবলৈ গ'লে কোনো ভিত্তি নাই। মৰিয়া শব্দৰ পৰা মৰাণ শব্দ আহিছে বুলি অনুমান কৰিয়েই নাথে এনে এক ধাৰণা কৰা যেন লাগে আৰু দাসেও একে ভুলেই কৰিছে।

দাসে[১৩] মৰাণ সকলক নৃতাত্ত্বিক দৃষ্টিভংগীৰ পৰা পৰীক্ষা কৰি কৈছে যে এ, বি, ও, ৰক্ত সমষ্টি পৰীক্ষা কৰি অসমৰ আন কেইটামান জন সমষ্টি যেনে-মিচিং, কাৰ্বি, দেউৰী, চুতীয়া, বাভা, কছাৰী, গাৰো, তিৱা, ৰাজবংশী আৰু আহোমৰ লগত তুলনা কৰিলে

---

১২ R. N. Nath "Background of Assamese Culture" Guwahati, 1978

১৩ ভুবন মোহন দাস "মৰাণ ঐতিহাসিক পটভূমিত এটি দৃষ্টিপাত" পৃ : ৩

মৰাণৰ লগত কছাৰী, গাৰো আৰু তিৱাৰ বেছি মিল দেখা যায়। "মৰাণ সকল মধ্যমীয়া উচ্চতাৰ লোক। অৱশ্যে প্ৰায় এক-তৃতীয়াংশ লোক চুটি-চাপৰ। তেওঁলোক প্ৰধানকৈ মধ্য মস্তকী যদিও এক তৃতীয়াংশ লোক দীৰ্ঘমস্তকী। তেওঁলোক মধ্য নাসিকী। পিছে শতকৰা প্ৰায় চল্লিশ ভাগ লোক দীৰ্ঘ নাসিকা"।[১৪]

আদিতে টাই গোষ্ঠীৰ লোক বুলি অনুমান কৰিলেও মৰাণ সকল যে বড়ো প্ৰজাতি এই কথা নৃতাত্বিক দৃষ্টিকোণৰ পৰা নিসন্দেহে কব পাৰি। হয়তো বহুকাল কছাৰী, বৰাহী আদি বড়ো জাতিৰ লোকৰ লগত নিবিড় সম্বন্ধই, প্ৰধানকৈ তিৰোতা সকল বড়ো-প্ৰজাতিৰ পৰা বিবাহসূত্ৰে অহা বাবে মৰাণসকলৰ টাই গোষ্ঠীৰ কোনো চিনেই নাথাকিল। তদুপৰি চুতীয়া, দেউৰীৰ লগত তেওঁলোকৰ নৃতাত্বিক ঘনিষ্ঠ সম্বন্ধ আছে। নৃতাত্বিক দৃষ্টিকোণৰ পৰা আৰু ভাষিক সামঞ্জস্যৰ পৰা চাবলৈ গ'লে তেওঁলোকৰ বড়ো-প্ৰজাতিৰ বিশেষকৈ চুতীয়া আৰু দেউৰীৰ লগত বেছি মিল। কছাৰী সকলতকৈ অলপ পিচত অনুমানিক খৃঃ পূঃ ২৫০০ বছৰত অসমলৈ অহা মৰাণসকল যে আদিম ভূমিপুত্ৰ এই কথা নিঃসন্দেহে সত্য।

মৰাণৰ জন্ম কাহিনী কোৱাৰ লগে লগে অন্য এক নাম সকলো সচেতন লোকৰে মনলৈ আহে।

সেই জাউতি যুগীয়া, কালজয়ী, অৰ্থ ব্যঞ্জক নাম হ'ল মটক। মৰাণৰ বিষয়ে কওঁতে মটকৰ কথাকে ক'ব লাগিব। মৰাণ সকলেই মটক আছিল আহোমৰ অসম আগমনৰ সময়ত। মৰাণ শব্দই জাতিক বুজাইছে আৰু মটক শব্দই ভেতিয়াৰ মৰাণলোক সকলৰ

---

১৪ ভূবন মোহন দাস— "মৰাণ, ঐতিহাসিক পটভূমিত এটি দৃষ্টিপাত"
পৃ : ৩

গুণবাচক শব্দ হিচাবে আহোমে ব্যৱহাৰ কৰিছিল। মটক শব্দ আহোম সকলে দিয়া। সেয়ে আহোমৰ পুৰণি বুৰঞ্জীত মৰাণ আৰু মটক এই দুয়োটা শব্দই স্থান বিশেষে ব্যৱহৃত হৈছে। অসমীয়া ভাষাৰ বুৰঞ্জীতহে বিশেষকৈ মায়ামৰা (মোৱামৰীয়া) বিদ্ৰোহৰ আগে আগে আমি মৰাণ শব্দটো বেছিকৈ পাওঁ। ৰায়চাহাব গোলাপ চন্দ্ৰ বৰুৱাৰ[১৫] দ্বাৰা অনূদিত "আহোম বুৰঞ্জী"ত মটক শব্দটোৰ উল্লেখ এনেদৰে দিয়া আছে :—

স্বৰ্গদেউ চুকাফাই টিপামৰ পৰা এটা মটক পৰিয়াল আনিলে। এই পৰিয়ালটোয়ে আগতে চুকাফাক ভাল ভাল বেঙেনা যোগান ধৰিছিল। মটক পৰিয়ালটোৰ মুৰব্বীজনৰ সহায়ত স্বৰ্গদেউৰ সৈন্যবোৰে নগাক জয় কৰিলে। গতিকে মটক জনক বৰ ভাগ পালে। কাং-গ্নান বৰগোহাঁয়ে তেওঁৰ নাম ৰাখিলে "লান মাখাপ্ৰু"। এই মটক জন ফুকাও পৰিয়ালৰ। আদিতে স্বৰ্গদেউ চুকাফাই চুতীয়া. কছাৰী, মটক, বৰাহি আৰু নগাক আৰু কমতেশ্বৰক পৰাজিত কৰিছিল। তেওঁলোকক কৰ-কাটল লৈ ৰজা হৈ থাকিবলৈ দিলে। স্বৰ্গদেৱে তিনিজন কটকীৰ নিযুক্তি দিলে :—এজন কমতেশ্বৰ, আনজন মটকৰ পৰা হোৱা চুতীয়া আৰু আনজন নগাৰ পৰা হোৱা কছাৰী।

অসমীয়া ভাষাত লিখা "অসম বুৰঞ্জী"ত "মৰাণ অঞ্চলত চুকাফা ৰজা" শীৰ্ষক কথা এনেদৰে লিপিবদ্ধ কৰা আছে : "ইবোৰো টিপাম নৈ পাৰ হৈ অনুক্ৰমে ঠায়ে ঠায়ে ৰৈ আহি দিচাঙ্গত কাকবাঁহৰ ভুৰ বান্ধি পাৰ হৈ দিখৌ কোথত মৰাণ গাৱঁত ৰ'লহি।

তাতে লগৰ মানুহে বোলে, "আমাৰ লগত দেউৰাজা আহিছে, তইঁতে ৰাজা মান"। সিহঁতে বোলে,—"নোৱাৰো ; যদি মহৰ শিং

---

১৫ Rai Sahab Golap Ch. Berua "Ahom Buranqi" Page 38

এক ঘায়ে কাটে, এক বলে সকা টানি উলিয়াব পাবে তেহে বাজা মানিব পাবো"। পাচে সকলো যুক্তি হৈ ম'হব শিঙ ওবে বাতি পানীত পেলাই সিজালে, সকাবো যোবা একবাই হৈছিলে। পাচে আনদিনা সকলকো ছপাই ম'হব শিঙ এক ঘায়ে কাটিলে, সকাকো টানি আনিলে। পাচে সিহঁতে প্রমাণ পাই বাজা মানিলে। তাবে ছুই চাবিয়ে বাজা নামানিছিল। সকলকো মদ ভাত খুৱাই বলিয়া কবি সেই কেইঘবব ঘব মানুহক কাটিলে। পাচে সকলো বশ হৈ বাজা মানিলে। সিহঁতব ছুই টুপ লগোৱা যি ঘব বাজাক দিলে তাবে পবা ছুই টুপ লগোৱা ঘবত সিহঁত থাকিব নাপায়"[১৬]

"সাতসবী অসম বুবঞ্জী"ত মবাণ শব্দটো আছে। আহোম মবাণব সমন্ধ আৰু সম্পৰ্কব বিষয়ে এনেদৰে লিখা আছে :—

অসমত আহোমব তিৰোতা গ্ৰহণ। —যি চুটিয়া, কছাবী, মবাণ পাই লগত পাই লগত ললে, তাবো কাৰ্য্য অনুৰূপে নামঘৈ গ'ল। নামি আহাতকৈ হুবাপোৱা মানুহতহে আপাহ পায়। ..........তাব পিচত তিমাপব পবা দিছিঙে ভটিয়াই দিখৌয়ে উজায় দিলিহমুখ পাই চাব দিলে। ঘব-বাবী আছে, মানুহ নাই। ...........দক্ষিণে কছাবী উত্তৰে ববাহী মবাণ-আছে।

বজাদেৱে বোলে আমি উজানি বাজ্যব পবা আহিছো। আমি মিত্ৰ হব খোজো। সিবোব হৈছে থানগিবি, আমি আলহি। ........

সি বোলে, মোক থামিথুমা বোলে। মই ববাহী মবাণব অধিকাব। ............পাচে (স্বৰ্গদেৱে) ববাহী-মবাণব কুঁৱবী চাবিজনা আনিলে।" দেখা যায়, আহোম ভাষাব বুবঞ্জীত (যি চুকাফাব দিনব পবা লিখা হৈছিল) মবাণ শব্দব পৰিবৰ্তে মটক শব্দটোবহে ব্যৱহাব আছে।

---

১৬ সূৰ্য্য কুমাব ভূঞা "অসম বুবঞ্জী" পৃ : ৫

মটক শব্দটো টাই ভাষাৰ শব্দ—আহোম, চিংফৌ আৰু খাম্‌তি ভাষাত মটকৰ অৰ্থ একেটাই। মটক শব্দৰ অৰ্থ হৈছে ম-মানে পণ্ডিত, জ্ঞানী আৰু ক্ষমতাশালী আৰু টক অৰ্থে জোখা, পৰীক্ষিত অৰ্থাৎ মানে বলবান, ক্ষমতাশালী। মৰাণ শব্দটো মৰাণ সকলৰ নিজৰ, মটক শব্দটো প্ৰথমে আহোমে দিলা। পিচত চিংফৌ আৰু খামতিয়ে দিয়া। আমি আগতেই উল্লেখ কৰিছো যে আদিতে মৰাণেই মটক আৰু মটকেই মৰাণ। এতিয়াহে ভাগ ভাগ হোৱাৰ প্ৰবৃত্তি হৈছে। বৰ্ত্তমান মটক মানে কেৱল মৰাণকে বুজায়। মটক জাতিত কম বেছি পৰিমাণে মায়ামৰা গোসাঁইৰ শিষ্য আহোম, চুতীয়া, কোচ, কলিতা, কেওট, কছাৰী সোমাইছে আৰু পূৰ্বৰ মৰাণ জাতিত এই উপাদান সমূহ সোমাই বৃহত্তৰ মটক জাতি গঠিত হৈছে। ব্ৰাহ্মণ[১৭] আৰু কৈৱৰ্ত্তৰ বাহিৰে বাকীবোৰ লোকে সহজতে বিয়া-বাৰু কৰাই বাবে আজি মটক জাতিত পৃথক পৃথক-জাতৰ পৰিচয় নাইকীয়া হৈ কেৱল মটক জাতিহে হৈছেগৈ আৰু মায়ামৰা বিদ্ৰোহৰ পিচৰে পৰা সমগ্ৰ অসমীয়া জাতিৰ অস্পৃশ্য হৈ আৰু অসমীয়া সমাজত এঘৰীয়া হৈ আকোঁৰ—গোজ ভাৱ লৈ মটকে স্বকীয় বিশিষ্টতা প্ৰকাশ কৰি আহিছে। সকলো মৰাণেই মটক কিন্তু সকলো মটক মৰাণ নহয় —এই মনোভাৱ মৰাণ-মটকৰ মাজত সোমোৱাৰ বাবে আজি মৰাণ ও মটকে পৃথক পৃথক জাতি বুলি পৰিচয় দিয়াৰ প্ৰৱণতা বাঢ়িছে। এই বিষয়ে পিচত বহলাই লিখা হৈছে।

জনশ্ৰুতি মতে মৰাণ জাতি এগৰাকী বেজনী বুঢ়ীৰ পৰা নামাকৰণ হ'ল। সেই বিষয়ে এনেদৰে স্বভাৱ কৰিয়ে লিখিছে :—

---

১৭ বৰ্ত্তমান মায়ামৰা সত্ৰৰ ব্ৰাহ্মণ শিষ্য নাই। গতিকে মটকত ব্ৰাহ্মণ উপাদান নাই।

ব্রহ্মবংশে জন্মি দানব নাম পায় ।
কর্মক্ষেত্রে নমুচি তিনি ভাই ॥
কৈলাশ উত্তরে হিমালয় সমীপতে ।
নমুচিত মই মহিবং হবিক্ষেত্রে ॥
বিষ-পর্ব্বা নামে বাস দানবর পতি ।
ত্রৈলোক্য সাক্ষিয়া তথা করেণ বসতি ॥

দানব কুলতে শ্রেষ্ঠ বিশ্বকর্মা নাম ।
বিশ্বপর্ব্বা নির্মানিয়া রাখিলেক নাম ॥
নমুচি দানব বর আছিল বলিষ্ঠ ।
ত্রিভুবন জিনি লয় ইন্দ্রর ইন্দ্রত্ব ॥

চল করি দেবরাজে নমুচিক বধিলা ।
মই-দানবর ভয়ে স্বর্গ নিমাই দিলা ॥

তাহার অনুজ মহিবঙ্গ নামে আছিলা ।
তাহান তনয় বজ্র নাম জনমিলা ॥
বজ্রপুত্র বীরসেন নামে উপজিলা ।
বীরসেন সতে পুত্র বিকর্মা হৈলা ॥
বিকর্মার পুত্র হৈল জাবিন নামেতে ।
জাবিন-নন্দন ভগি জন্ম পৃথিবীতে ॥
ভগির তনয় হ'ল খাণ্ডর নামেতে ।
মহিবং বংশ বৃদ্ধি হয় এহিমতে ॥

০ ০ ০

কলাবতী কন্যা খাণ্ডরে বিবাহ করিলা ।
তার গর্ভে দুই পুত্র জনম ধরিলা ॥
জেষ্ঠ পুত্র বরাহী নামক ধরিলা ।
দ্বিতীয় জনক নাম সুবিছক দিলা ॥

ৰবাহীয়ে হালুকীক বিবাহ কৰিলা ।
তাৰ গৰ্ভে বাৰ পুত্ৰ জনম লভিলা ॥
খনিকৰ বাৰ পুত্ৰ আছিল প্ৰমত্ত ।
ৰবাহী মৰাণ বুলি কহে স্বৰূপত ॥
ৰবাহী অনুজৰ নাম ৰাখে সুবিচক ।
কৃষি কৰ্মতে ৰৰই আছিল কৃষক ॥
সুবিচকে ভাজনীক বিবাহ কৰিল ।
ভাজনীৰ গৰ্ভে পঞ্চ পুত্ৰ জনমিল ॥
কনক ও ঘন বুলি হৈলা দুইজন ।
বাৰবৰ, সৰোবাৰ কনিষ্ঠ ৰতন ॥
এহিমতে পঞ্চপুত্ৰ নামক ৰাখিলা ।
অকালতে সুবিচক মৃত্যু যে ঘটিলা ॥
পঞ্চপুত্ৰ ভাজনীয়ে মহা দুখ পাই ।
দুখে সুখে কতদিন আছয় তথায় ॥
দিনে দিনে বাঢ়ে শিশু ভাজনী তনয় ।
চন্দ্ৰকলা দিনে দিনে যিমতে বাঢ়য় ॥
সেহি পঞ্চ শিশুবৰ বাঢ়িতে লাগিল ।
কৃষি কৰিবাক পৰ্ক যুগুত কৰিল ॥
নিশাকালে পঞ্চ জনে কথোপকথন ।
শস্য উপাৰ্জন হেতু কৰে আয়োজন ॥
প্ৰভাতে উঠিয়া পঞ্চ হাত মুখ ধুই ।
কৃষি কৰিবাক লাগি পথটিয়ে যায় ॥
ভাজনীয়ে ভাত ৰান্ধিবাক খৰে চাই ।
চৰু পাতিবাক লাগি পাছলি একো নাই ॥

কান্দত হেবেপী লৈ হাতত কটাৰী ।
পাছলি আনিলে যায় পানী লক্ষা ৰাৰী ॥
শাক তুলি তুলি বুঢ়ী ই বাইতে।
এক শৱ পবি আছে দেখয় তথাতে ॥
গৃধিনী সকলে শৱ বেঢ়িয়া আছয় ।
ছিঃ ছিঃ কবি বুঢ়ী আঁতৰি যাৱয় ॥
ভাজনিক শগুনিয়ে বচন বোলয় ।
বহু বাইদেউ বুলি ওচৰ চাপয় ॥
আজি পুৱা অতবেলি আছো বাট চাই ।
অনুমান বাইদেউ কৰোক সহায় ॥
এহি শৱগোট আমাৰ আহাৰক হয় ।
সেই কাৰণে বাইদেউ দিয়োক লৰাই ॥
ভাজনীয়ে বোলে শৱ নোছোওহো মই ।
গৃধ্রপখি বোলে বস্তু তোক দিবোহে৷ মই ॥
ভাজনিয়ে বোলে কিবা বস্তু দিবা মোক ।
গৃধ্রপক্ষি বোলে সঞ্জীৱনী মন্ত্র দিবোতোক ॥
তিনি সত্য কৰিলেক ভাৰ্জনিক পৰে ।
এহি গুপুত কথা নকহিবা কাৰে ॥
এহি গুপুত কথা যদি কহিবা পৰে ।
কহিলো সকলো দিক্ষা বিনষ্ট হৈবে ॥
এক পাখি উপাৰিয়া মহামন্ত্র কৰি ।
ভাজনিক মন্ত্র দিলা প্রকাশক কৰি ॥
সেহি পাখি চক্ষে দিয়া ভাজনিয়ে চাৱয় ।
ভূত-ভৱিষ্যত কথা জানিতে পাৱয় ॥

প্ৰকাৰন্তে তাজনিক মন্ত্ৰ দীক্ষা দিয়ে ।
শত্ৰুগোট ধৰি তাই ওলোটাই দিয়ে ॥

মৰাক জিয়াৰ পৰা মন্ত্ৰ পাইলেন ।
বিলাহী বেজনী নাম পাইল তেমন ॥

কাজলী চাপনি ছুয়ো মন্ত্ৰ খানি ।
বিলাহী বেজনী নামে কৰে ।ভনিথানি ॥

এই প্ৰবাদে দুটা কথা স্পষ্টকৈ দেখুৱাই—এটা হৈছে ৰবাহী আৰু মৰাণ ককাই ভাই আৰু আনটো হৈছে বিষ্ণু বাভাই কোৱাৰ দৰে মৰাণ সকল মহীৰং দানৱৰ পৰা অহা অৰ্থাৎ মংগোলীয়। □

## ২য় অধ্যায়

# মৰাণ সমাজৰ খেল, পৰিয়াল ব্যৱস্থা

## ( মৰাণ সকলৰ খেল, পৰিয়াল, মৰাণৰ ঘৰ )

অন্যান্য পৰম্পৰাগত সমাজত থকাৰ দৰেই মৰাণ সমাজতো সমাজখনক কেইবাটাও খেলত বিভক্ত কৰা হয়। এই খেলসমূহ আত্ম-পৰিচায়ক আৰু খেলে বিবাহ আদিৰ ক্ষেত্ৰত এক নিয়ন্ত্ৰক ভূমিকা পালন কৰে। একে খেলৰ লৰা ছোৱালীৰ বিবাহ নিষিদ্ধ। মৰাণ জাতি পিতৃ প্ৰধান। গতিকে সন্তানে পিতৃৰ খেলতে অন্তৰ্ভূক্ত হয়।

এই খেল সমূহ এনেধৰণৰ :—

(১) কছাৰী গঞাঁ (২) খাটোৱাল (৩) চকৰী গঞাঁ (৪) কাছ গঞাঁ (৫) দাইনী গঞাঁ (৬) কপাই গঞাঁ (৭) মুদৈ গঞাঁ (৮) টেঙাপনীয়া (৯) হলৌ খোৱা (১০) কুকুৰ খোৱা (১১) শিলিখা খটীয়া (১২) ৰং-মুগনীয়া (১৩) মানুহ খোৱা (১৪) আহোম বুঢ়া গঞাঁ (১৫) দহোতীয়া (১৬) কাড়ী গঞাঁ (১৭) নামচিঙীয়া (১৮) দিহিঙীয়া (১৯) হাতীমুৰীয়া (২০) টেকেলী গঞাঁ (২১) ভাউক চলিয়া (২২) চাইলা (২৩) লেঙণ (২৪) তেলেপীয়া (২৫) জেঙনী গঞাঁ (২৬) চমুৱা (২৭) নাওগনীয়া (২৮) বাহগৰীয়া (২৯) খিয়ৰোগী (৩০) চুতীয়া (৩১) লকাই চুতীয়া (৩২) বৰগোহাঁই (৩৩) লাইচলীয়া (৩৪) মাজুলী গঞাঁ (৩৫) পাতৰ গঞাঁ (৩৬) চাউৰক (৩৭) ভেকা মৰাণ (৩৮) চাচন গঞাঁ

(৩৯) জাই কুকুৰ খোৱা (৪০) মাউত (৪১) হিন্দুচুতীয়া (৪২) ঘৰবন্দী ঘৰ (৪৩) বাৰীচোৱা (৪৪) গোৱাল গঞ্জাঁ (৪৫) জাঠিধৰা ৪৬) ধনুসজা (৪৭) কোঁচ (৪৮) দেউৰী চুতীয়া (৪৯) চেকি গঞ্জাঁ (৫০) বনগঞ্জাঁ (৫১) বাংচলীয়া (৫২) ৰৰমেলেঙীয়া (৫৩) সৰু মেলেঙীয়া (৫৪) মাজু মেলেঙীয়া (৫৫) ঘৰ মেৰিয়া (৫৬) শনি পতিয়া (৫৭) ধুন্দ (৫৮ শনিকৰ (৫৯) মিৰি (৬০) সৰু ঘৰবন্দি (৬১) হালবন্দি (৬২) পানীখোৱা (৬৩) বিচা ধৰা (৬৪) শগুন মৰীয়া (৬৫) অগ্নিঘৰৰ খেল (৬৬) তিঙিৰি (৬৭) ফেনিয়া (৬৮) বেতমেল (৬৯) বাৰীধৰীয়া (৭০) এঠা বৰীয়া (৭১) গোৱালী (গিৰিকা) ৰবা (৭২) চিংফৌ (৭৩) বহুতীয়া (৭৪) বসতী (৭৫) খাৰঘৰীয়া (৭৬) দেওধাই (৭৭) বাইডঙীয়া (৭৮) ধীদজৰ (৭৯) গুধাধৰৰ (৮০) চীলাঘৰৰ (৮১ কাড়িচেঙীয়া (৮২) গেলা খাটোৱাল (৮৩) শ্ৰেণীয়া খাটোৱাল (৮৪) তুইভাৰী খাটোৱাল (৮৫) নাগেকোৱা খাটোৱাল (৮৬) মৌপিয়া খাটোৱাল (৮৭) ডিমৰু

গুৰিয়া খাটোৱাল (৮৮) টকৌবাৰী খাটোৱাল (৮৯) দোলা বধীয়া খেল (৯০) বাকা চেতিয়া (৯১) শেনছোৱা বৰুৱা (৯২) সোকাধৰা চাউদাং (৯৩) পুৰণি মাউত (৯৪) ছিছা গঞ্জাঁ (৯৫) আবাঙ্কৰা (৯৬) হিলৈধৰা (৯৭) গোবৰ গঞ্জাঁ (৯৮) হলধি গঞ্জাঁ (৯৯) কপৌ গঞ্জাঁ (১০০) পাহৰি পুহিয়া (১০১) ভড়াল তলিয়া (১০২) ৰৰপাত্ৰ গোহাঁই (১০৩) লাছন (১০৪) হিলৈধাৰী বৰুৱা (১০৫) তামুলি বৰুৱা (১০৬) ৰৰকলীয়া (১০৭) কপৌচেতিয়া (১০৮) গোবৰ কছাৰী (১০৯) ফুকনৰ খেল (১১০) ৰৰফুকনৰ খেল (১১১) শেনছোৱা ফুকনৰ খেল (১১২) গদীয়া (১১৩) পানীতোলা খাটোৱাল (১১৪) হুলিয়া (১১৫) চমাক (১১৬) মালখোৱা (১১৭) লেছাৰী খেল (১১৮) বুৰুক চুতীয়া (১১৯) গোহাঁই গঞ্জাঁ

(১২০) নাড়া খোৱা গোহাঁই (১২১) বেঙেনা ধৰা (১২২) শালিকী চেতিয়া (১২৩) বাহু গঞা (১২৪) কাঁহোৰা গঞা (১২৫) জেঙনী গঞা। (১২৬) দাল চলীয়া (১২৭) ডিক্ৰুৱাল (১২৮) হাইমৰা দাইশাল (১২৯) থাইনৰা দাইশাল (১৩০) ধেকেৰী গঞা (১৩১) বৈৰাগী বুঢাৰ পৰিয়াল (১৩২) ঢেকী দাইনী গঞা (১৩৩) ডেকা দাইনী গঞা (১৩৪) সূৰ্য্যবংশী।

এই খেলবোৰৰ মূলতে হৈছে (১) স্থানসূচক (২) মানসূচক (৩) বৃত্তি সূচক আৰু জাতসূচক আৰু অন্যান্য। স্থান সূচক খেল সমূহৰ সৃষ্টি এনেদৰে হৈছিল : সেই খেলৰ প্ৰথম উপাধি পুৰুষে প্ৰথমতে সেই স্থানত বস-বাস কৰিছিল বাবে সেই খেলসমূহ উক্ত স্থান সমূহৰ নামেৰে জনাজাত হ'ল। যেনে ডিমৰুগুৰীয়া, টকৌবাৰী, দিহিঙ্গীয়া (দিহিং নদীৰ পাৰত), নাজিৰা গঞা ইত্যাদি। মানসূচক খেল সমূহ ৰজা দিনীয়া বিষয় বাবৰ পৰিচায়ক, যেনে কাড়ীগঞা, জাঠিধৰা, খাৰঘৰীয়া, কাড়িচতীয়া, দোলাবৰীয়া, শেনচোৱা বৰুৱা, সৌকাধৰা, চাঙদাং, আৰানধৰা, হিলৈধৰা, বৰপাত্ৰ গোহাঁই, হিলৈধৰা বৰুৱা, শেনচোৱা ফুকন, খাটোৱাল, ফুকন ইত্যাদি। বৃত্তি সূচক খেল সমূহে আদিম পুৰুষজনে বা পৰিয়ালটোৱে কি কাম কৰি জীৱিকা উপাৰ্জন কৰিছিল তাৰ সন্ধান দিয়ে।

ৰজাদিনীয়া বৃত্তিও তাৰ ভিতৰতে পৰে। যেনে—ভুঁইতাৰী, মৌপৰীয়া, কপাহ গঞা (কপৰ বস্ত্ৰ বনোৱা খেল), টেঙাপনীয়া, জেলেপীয়া, নাওহলীয়া, জেঙনী গঞা, কাচগঞা, বাহগৰীয়া, কংযোগনীয়া, দাইচলীয়া, বাৰীচোৱা, ধনুৰজা, বাংচলীয়া, খনিকৰ, হালবন্দি, পানীখোৱা, বিচা ধৰা, ভিভিৰি, বেঙেনাধৰা, হালধি গঞা, গোৰৰ গঞা, পাহৰি পুহিয়া ইত্যাদি। জাতসূচক খেল সমূহে আদিতে পুৰুষ জন কোন জনগোষ্ঠীৰ পৰা অহা তাকে সূচায় যেনে—কছাৰী

গঞা, চুতীয়া, চমুৱা, বৰগোহাঁই, বুকক চুতীয়া, লফাই চুতীয়া, হিন্দু চুতীয়া, দেউৰী চুতীয়া, কোঁচ, মিৰি, আহোম, চিংফো, বহতীয়া, দেওধাই, কাড়ি চেতিয়া, বাকী চেতিয়া, মুদৈ গঞা, গৰিয়া, টেকেৰী গঞা ইত্যাদি। অন্যান্য খেলৰ ভিতৰত আছে ঘৰবন্দি, লেচাৰী গঞা, পাতৰ গঞা, বাৰীঘৰীয়া, শগুনমৰীয়া ইত্যাদি।

একে খেলৰ ভিতৰত বিয়া-বাৰু নহয়। অৱশ্যে যদি কোনো ক্ষেত্ৰত এনে হয়, দুয়োটা পৰিয়ালে দন্দ (ছিদ্ৰ) ভৰিব লাগে। সমাজত পৰাচিত্তৰ বাবদ ধন দিব লাগে। গতিকে একে খেলত বিবাহ আজি কালি হুই এটা হৈছে যদিও মৰাণ সকলে ইয়াক নিষিদ্ধ বুলি ধৰে।

আহোম ৰজাৰ দিনত আনকি স্বৰ্গদেউ চুকাফাই মৰাণ সকলৰ লগত বৈবাহিক সমন্ধ স্থাপন কৰি সামাজিক আধিপত্য বিস্তাৰ কৰাৰ দিনৰে পৰা মৰাণ সকলৰ বিভিন্ন লোকক বিবিধ বস্তু যোগান ধৰাৰ দায়িত্ব দিছিল। হাতীযোগনীয়া, মৌ-যোগনীয়া, চাবি যোগনীয়া, বং-যোগনীয়া ইত্যাদিৰ দায়িত্বৰ পৰাও এনেদৰে বিভিন্ন খেল বা বংশৰ সৃষ্টি হৈছে। যিকোনো সমাজত অন্যান্য জনগোষ্ঠীৰ লোক বিশেষকৈ বিয়া বাৰুৰ যোগেদি সোমায়। মৰাণসকলৰ মাজতো এনেদৰে বৈবাহিক সমন্ধৰ যোগেদি আহোম, চুতীয়া, কছাৰী বৰাহী, চিংফো, টেকেৰী, কোঁচ আদি জাতিৰ লোক সোমাইছে। কিন্তু এতিয়া তেওঁলোক সম্পূৰ্ণৰূপে মৰাণ হৈ পৰিছে, আনকি কোন সময়তনো এনে ৰক্ত সংমিশ্ৰণ ঘটিছে তাৰ হিচাবো ৰখা নাই।

আহোম দিনৰ পৰা মটক ৰজাৰ দিনলৈকে মৰাণসকলে বিভিন্ন ৰাজকীয় বিষয়বাব ভোগ কৰিছিল। তদুপৰি আহোম বিষয়াৰ খাট-পামবোৰ তদাৰক কৰিছিল মৰাণ অঞ্চলত মৰাণ লোক সকলেই। গতিকে খাটোৱাল, নেওগ, তেলেপীয়া (তেলৰ পৰা অহা), নাওহলীয়া, বংযোগনীয়া আদি উপাধি বা খেল বা বংশ বিদ্যমান।

এটা কথা মন কৰিবলগীয়া ; মৰাণৰ খেলবোৰ প্ৰায় আকাৰন্ত আৰু সোণোৱাল কছাৰী সকলৰ অধিকাংশ ইকাৰন্ত ; যেনে—থাকলাৰী, বাগলাৰি ইত্যাদি। মৰাণৰ খেলেই বংশ, বংশই খেল। বংশ আৰু খেল দুটা বেলেগ ব্যৱস্থা নহয়।

এই খেলবোৰৰ লোক সকলে খেলৰ বৰমুৰীয়া জনৰ নেতৃত্বত একো একোখন গাৱঁত সুকীয়া সুকীয়াভাবে থাকে। এটা খেলৰ কোনো পৰিয়াল অন্য এটা খেলৰ গাৱঁত নাথাকে বা থকাৰ ব্যৱস্থাই নাই। মৰাণ সকলৰ গাওঁ সমূহৰ নামানুসৰি বৰ্ত্তমানৰ ভূমভুমাৰ আশে-পাশে থকা ঠাই সমূহৰ নামৰ উৎপত্তি হৈছে, যেনে—কপাই গঞা খেলৰ গাৱঁৰ পৰা কপাই চাইদিং ও চাহবাগিছা, তেলেপীয়া খেলৰ পৰা তালাপ, চকৰিগঞাঁৰ পৰা চকৰিটিং, মানখোৱা খেলৰ পৰা মানখোৱা, দহোতীয়া খেলৰ পৰা দহোটীয়া চুক। দহোটীয়া গাওঁ ইত্যাদি। আনকি মায়ামৰা বিদ্ৰোহৰ পিচত দেশ ভগনৰ সময়ত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে শোণিতপুৰ জিলাত বাংচলীয়া খেলৰ পৰা বাংঢালী নাম হৈছে। টেঙাপানী অঞ্চলত বাস কৰা মৰাণ লোকক যেনেদৰে টেঙাপনীয়া খেলৰ বুলি কোৱা হয়, তেনেদৰে দেউৰী, খামতি, চুতীয়া আদি জাতিৰ ভিতৰতো টেঙাপনীয়া ফৈদ আছে। শিলিখাঘাট (বৰ্ত্তমান শিলিখা গুৰি চাহ-বাগিছা) অঞ্চলত বাস কৰা মানুহৰ খেলৰ নাম শিলিখাঘটীয়া বিভিন্ন জাতিৰ ভিতৰতো পোৱা যায়। বৃত্তিয়াল ফৈদৰ লোক সকলে নিজ নিজ খেলৰ বৃত্তিত চলিছিল ; যেনে নাওহলীয়া খেলে নাৱৰ, কাঁড়ীগঞাই ধনুকাড়, তেলেপীয়া খেল তেলৰ, কপাই গঞাই সোণ কপৰ অলংকাৰ, দাইনী গঞাঁই বেজালি, শিলিখাঘটীয়াই ঔষধ পাতি যোগান ধৰিছিল।

টেঙাপনীয়া আৰু পাতৰ গঞাঁ খেল চুতীয়া-দেউৰীৰ পৰা অহা। এই দুটা খেল বৰ্ত্তমান দেউৰী-চুতীয়াৰ মাজতো আছে।

বৰ্তমান কোনো গাওঁতেই এটা খেলৰ মানুহ নাই। ভূমিৰ ওপৰত বৰ্দ্ধিত চাপ আৰু মৰাণ লোক সকল কাকতলীয়া, বাহঁতলীয়া অঞ্চলত বস-বাস কৰাৰ প্ৰবৃত্তিয়েই একে মৰাণ সমাজৰ বিভিন্ন খেলৰ লোকৰ উপৰিও সোণোৱাল কছাৰী আহোম আদি লোকৰ সৈতে শান্তিপূৰ্ণ সহ-অৱস্থান কৰি আছে।

মৰাণসকলৰ পৰিয়াল পিতৃ প্ৰধান। পিতৃয়েই ঘৰখনৰ মুৰব্বী আৰু পৰিয়ালৰ মাতৃ প্ৰমুখ্যে সকলো সদস্যই তেওঁৰ কথা মতে চলিব লাগে। বড়ো-প্ৰজাতি মৰাণ সকলৰ ওপৰত অধিক প্ৰভাৱ পৰা বুলি যি মতামত কিছুমান পণ্ডিতে দিব খোজে, তাৰ প্ৰকৃত প্ৰভাৱ মৰাণ সমাজৰ ওপৰত পৰা নাই। যদিও আদিতে মৰাণ সকল কেঁচাইখাইটি গোঁসানীৰ পূজক আছিল, কিন্তু তেওঁলোক কেতিয়াও মাতৃপ্ৰধান নাছিল। ঘৰখনত অৱশ্যে মাতৃগৰাকীৰ স্বকীয় বিশিষ্টতা আছে। কাৰোবাৰ জ্বৰ-নৰীয়া হ'লে আই সকাম পতা, ঘৰৰ আখল, ভঁড়ালঘৰ আদিৰ শুচিতা ৰক্ষা কৰা আদি বিষয়ত মাতৃগৰাকীৰ দায়িত্ব বেছি। বিশেষকৈ শান্তি হোৱা ছোৱালী চুকত সোমোৱা, নোওঁৰা, ধুমুহা বতাহ আহিলে পজাঁটি ভালে ভালে থৈ যোৱাৰ অৰ্থে কুলা-চালনী, তাঁত বোৱা চৰিৰকাঠি দলিয়াই ঘৰৰ খুটা-মাৰলি আদিত পাৰ বায়ু দেৱতাৰ প্ৰতি কৰা কাকুতিত কেৱল মাতৃ তথা মহিলাৰহে ভূমিকা আছে; তাত পুৰুষৰ কোনো স্থান নাই। ধুমুহা বতাহৰ সময়ত তিৰোতাৰ কৰণীয় খিনি ঘৰৰ প্ৰাপ্তবয়স্ক কোনো পুৰুষৰ কথা বাদেই সাধাৰণ নাবালক এটাইও যদি কৰিবলৈ যায় আনকি কেছুঁৱা লৰা এটাকো যদি পিঠিত বান্ধি থাকে বা অন্য কোনো তিৰোতাইও কৰিবলৈ যায় তেন্তে ফল ছিতে বিপৰিত হোৱাৰহে সম্ভাৱনা থাকে বুলি মৰাণ সমাজত বিশ্বাস আছে। সেই সময়ত আনকি পুৰুষে বাহিৰলৈ ওলাব নেপায়। পৰিয়ালৰ কৃষি

কাৰ্য আৰু মাংগলিক ক্ৰিয়া-কাণ্ড আদিত পুৰুষৰ সৈতে প্ৰায় সমান ভাগ লয় নাৰীয়ে। কৃষি জীৱি মৰাণ-সমাজত কৃষিৰ ওপৰত প্ৰাধান্য স্বাভাৱিকতেই বেছি। মৰাণ মহিলাই খেতি-বাতি ভাল হ'বলৈ লাখিমী সবাহ পাতে। এই সবাহত পুৰুষৰ স্থান নাই। তেনেদৰে আইমতা সকামত পুৰুষৰ স্থান নাই। বিঘিনি-বিয়পা সবাহ, কৰচ কাপোৰ দিয়া অনুষ্ঠান পৰম্পৰাগত ভাৱে চলি আহিছে আৰু তাত অন্য জন-জাতীয় তিৰোতাৰ দৰে মৰাণ তিৰোতাই ঘৰৰ যাৱতীয় কাম কাজ কৰাৰ উপৰিও পথাৰত পুৰুষৰ লগত সমানে কাম কৰে। তদুপৰি মৰাণ ছোৱালী স্বাধীন মনা। তেওঁলোকে বিভিন্ন উৎসৱ অনুষ্ঠানত অংশ গ্ৰহণ কৰে, নৃত্য-গীত পৰিৱেশন কৰি মনৰ আবেগ - অনুভূতি মুক্তভাৱে প্ৰকাশ কৰে। এই ক্ষেত্ৰত হুগৰিহু বা বাতি বিহুৰ দৃষ্টান্ত দিব পাৰি।

মৰাণ সমাজত পৰিয়াল সাধাৰণতে যৌথ পৰিয়াল। মাক-বাপেক, দদাই-ভতিজা, ভাই-ভনীয়ে পৰিয়াল গঠিত। বৰ্ত্তমান যুগতো এই যৌথ পৰিয়াল গ্ৰাম্যাঞ্চলত বৰ্ত্তি আছে।

বিবাহৰ ক্ষেত্ৰত দেখা যায়, চুৰ বিয়াই বেচি প্ৰচলিত। বিধবা-বিবাহ প্ৰচলিত। আগৰ দিনত নাবালক বিবাহ প্ৰচলিত আছিল কিন্তু বৰ্ত্তমান এই প্ৰথা অপ্ৰচলিত। বৰ বিয়া কেতিয়াবাহে হুই এখন হয়। কিন্তু জনজাতীয় সমাজত প্ৰচলিত নিয়ম মতেই কন্যাৰ বাবে গা-ধনহে দিয়া হয় কোনো যৌতুক প্ৰথা নাই। এই গা-ধনো সামান্যহে। শান্তি বিয়া বৰ ধুম-ধামেৰে পাতে। ই এক মৰাণ সমাজৰ বিশিষ্টতা।

মৰাণ সকলৰ ঘৰ মুখে দুৱাৰ। ইয়াৰ ঐতিহাসিক কাৰণ দেখুৱাই কিছুমানে কব খোজে যে শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ পন্থী মৰাণ সকলে "এক দেৱ এক সেৱ এক বিনে নাই কেও" বুলি কেৱল

ভগৱানকহে সেৱা কৰে আৰু গুৰুক সাক্ষাৎ ভগৱান বুলি ভাবি গুৰুৰ বাহিৰে কাকো সেৱা নকৰে, এনে কাৰণতে মৰাণ সকলে ঘৰৰ মুধে মুধে দুৱাৰ ৰাখে যাতে ঘৰ সোমাওঁতে মূৰ দোৱাব লগীয়াত নপৰে। কিন্তু মৰাণ লোক সকলৰ মাজৰে বিজ্ঞলোক সকলে এই প্ৰথা জন-জাতীয় বিশিষ্টতা আৰু বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰাৰ আগৰে পৰা আছে বুলি কৰ খোজে।

ঘৰটো দীঘলীয়াকৈ সজা হয়। চুকবোৰ নাবান্ধে। বাহঁৰ চচালি (বেৰ) থিয়ৈ নিদি পথালিকৈ দিয়ে। চুকবোৰ নবন্ধাৰ কাৰণ হ'ল কোনোবাই আক্ৰমণ কৰিলে বেৰ, চুক কালি পলাই যাব পাৰিছিল। একেটা ঘৰতে চৰা-ঘৰ, ঢেকীশাল, শোৱা কোঠালি, ব্যঞ্চন-বৰ্ত্তন ৰখা ঠাই, চাহ-জলপানৰ বাবে সুকীয়া আখল, চিৰা-পিঠা খুন্দা সুকীয়া ঢেকীশাল ভাতৰ চকৰ বাবে সুকীয়া কোঠালি, ভাত খোৱা মজিয়া আনকি এৰী মুগা আদিৰ ডাঁৰ, ছাইঁৰ গড়াল, পাৰৰ চাং আদি সকলো থাকে। ঘৰটোৰ প্ৰথমখন দুৱাৰ বাওঁ হাতে থাকে। প্ৰথম কোঠালিটো অন্য কোঠালিবোৰতকৈ তুলনামূলক ভাবে ডাঙৰকৈ সাজে। তাত জুইশাল থাকে। জুইশালৰ ওপৰত থাকে এখন চাং, ইয়াক ধোৱাঁ চাং বোলে—ইয়াৰ ওপৰৰ পৰা বেতৰ নগৰা ইটোৰ ওপৰত সিটো শিকলিৰ দৰে ওলোমাই থোৱা হয়।

তাৰ ওপৰত থোৱা হয় এখন দকলাই (বৰ ডলাৰ দৰে কিন্তু বৰডলাতকৈ ডাঙৰ)। দকলাইত ডাৱৰীয়া বতৰত ধান শুকুওৱা হয়। অন্য সময়ত সেইখন আওঁৰাই তাত থৰি শুকুওৱা হয়। কেতিয়াবা মাছ মঙহো শুকুওৱা হয়। চাংখন ওলোমাই থোৱা হয় চ'তিৰ ওপৰত পাৰি থোৱা দাঙৰ পৰা। সেই দাং বা গড় কেঁইদালৰ ওপৰত আকৌ অন্য এখন চাং থাকে। সেইখন চাঙৰ ওপৰত থোৱা

হয় জাকৈ - খালৈ, পল, শেল, বাইৰ পাচি, খৰাহি, চাৰী, তাঁত বোৱাৰ সা-সজুলি ইত্যাদি।

উকি (বা ফুকলি) মৰা হৈছে মৰাণৰ বিশিষ্টতা। বিহুৰ সময়ত ডেকা সকলে ফুৰ্ত্তিতে ফুকলি মাৰে আৰু বুঢ়া সকলে ঢাল-কড়ি খেলোতে জিকিলে আনন্দত ফুকলি মাৰ ৰং-ৰইহচ কৰে। ইয়া মৰাণ সকলৰ এক বিশিষ্টতা। [ ]

— x —

# ৩য় অধ্যায়

## মৰাণ সকলৰ বিবাহ পদ্ধতি

## ( নিমথ খোৱা বিয়া, সকবিয়া, আবৈয়া বিয়া, দেৰীয়া বিয়া, )

### মৰাণ সকলৰ বিবাহ পদ্ধতি ঃ

অসমীয়া জাতিৰ ভিতৰত মৰাণ সকলৰ বিবাহ পদ্ধতিৰ এক স্বকীয়া বিশিষ্টতা বিদ্যমান। মৰাণ জনগোষ্ঠীৰ ভিতৰত তলত দিয়া বিবাহ পদ্ধতি বিদ্যমান। যদিও সৰ বিয়া সাধাৰণতে চেগা চোৰোকাকৈ হে হয়।

### নিমথ খোৱা বিয়া ঃ

কাৰোবাৰ লগত মিতিৰ সম্বন্ধ নোহোৱা বা একে খেলতে অন্তৰ্ভুক্ত নোহোৱা কিন্তু বন্ধুত্ব থকা দুটা পৰিয়ালে কথাই-কথাই মিলি গৈ আৰু দুয়ো পৰিয়ালৰ দুয়ো পৰিবাৰ গৰ্ভৱতী হ'লে তেওঁলোকৰ এগৰাকীৰ ল'ৰা হ'লে আৰু অন্য গৰাকীৰ ছোৱালী হ'লে লৰা ছোৱালী হালৰ বিবাহ পাতিব আৰু দুয়ো গৰাকীয়ে বিয়নি পাতিব বুলি প্ৰতিশ্ৰুতি বদ্ধ হয়। যি জনৰ ঘৰত ল'ৰা জন্ম হয় সেইজনে ছোৱালী জন্ম হোৱা ঘৰত খবৰ পোৱা মাত্ৰেই নিমথ আৰু জালুক দি আহে।

তাকে নিমখ খোৱা বিয়া বোলে। ল'ৰা-ছোৱালী হাল ডাঙৰ হ'লে বিয়া পাতি দিয়া হয়।

## তোলনীয়া বিয়া :

কিছুমান জনজাতীয় সমাজত ল'ৰা-ছোৱালী নাবালক-নাবালিকা হৈ থাকোতেই অভিভাৱকে তেওঁলোকৰ বিবাহ স্থিৰ কৰি দিয়াটো একো নতুন কথা নহয়। মৰাণ জনগোষ্ঠীতো এনে প্ৰথা প্ৰচলিত। ল'ৰা-ছোৱালী নাবালক হৈ থাকোতেই মনৰ মিল হোৱা দেখিলে আৰু অভিভাৱকে মন কৰিলে ছোৱালীৰ ঘৰত তামোল-পানৰ টোপোলা পেলায়। দুয়োঘৰৰ সন্মতি অনুসৰি দিন বাৰ চাই দৰা ঘৰৰ পৰা দৰাৰ অভিভাৱক আৰু দুই একজন ভকতে সৈতে তামোল-পানৰ টোপোলা ( খোম ) লৈ ছোৱালীৰ ঘৰলৈ যাত্ৰা কৰে। ছোৱালীৰ ঘৰত অভিভাৱক আৰু ভকত গোট খুৱাই ৰখা হয় আৰু দৰাৰ ঘৰৰ পৰা যোৱা অভিভাৱক আৰু ভকতে ছোৱালীৰ ঘৰৰ অভিভাৱক আৰু ভকতৰে সৈতে মিলি ছোৱালী খোজা মেলা কাম সমাধা কৰে। ছোৱালী খোজাৰ পিচত এটা ভাল দিন চাই জোৱাই দেখুওৱা ভাৰ নিয়া হয়। এই ভাৰত পকা মালভোগ কল, গুৰ বা চেনি, কেইচুঙামান গাখীৰ, লগতে ছুপোনমান তামোল, আঠৰ্গাচ মান পান আৰু কমেও এশখিলামান কৌপাত বা তামোল-পান বান্ধিব পৰা আন গছৰ পাত লৈ যাব লাগে। কাৰু বাঁহৰ চুঙাত দৈ গাখীৰ বা আন ঠাইলৈ এৱাঁ গাখীৰ চুঙাত ভৰাই নিয়া মৰাণ সমাজৰ স্বকীয় বিশিষ্টতা। জোৱাই দেখুওৱা ভাৰৰ লগত দৰা আৰু তেওঁৰ সমনীয়া দুই একজন আৰু বাকী কেইগৰাকীমান বুঢ়ী, জীয়ৰী আদি ছোৱালীৰে দলটো ৫জন/৭জন বা ৯জন হৈ যায়। ভাৰে ভেটিয়ে গৈ কন্যা ঘৰত থাকি

জোৱাই দেখুওৱা নিয়ম। বাতি ভাতপানী খোৱাৰ পিচত প্ৰচলিত নীতি মতে জোৱাই দেখুওৱা কাম আৰম্ভ হয়। দৰাঘৰৰ পৰা লৈ যোৱা তামোল-পানেৰে পাতত টোপোলা, খোম আদি বান্ধি যাৰ যেনেকুৱা ধৰ্মৰ বাব আছে, সেইমতে সেৱা কৰিব লাগে। এইদৰে সেৱা কৰি শহুৰ-শাহু জেঠেৰী-বৈনাই ভিনিহী-খুলশালী আদি সম্বন্ধৰে পৰিচয় হয়, আশীৰ্ব্বাদ লয়। পিচদিনা দুপৰীয়াৰ সাজ খাই জোৱাইৰ দল ঘূৰি আহে। ইয়াৰ পিচত দৰা আৰু কন্যাৰ পৰিয়ালৰ লোকৰ মিতিৰ হিচাবে অহা যোৱা হয়। ছোৱালী শান্তি হ'লে ছোৱালীৰ ঘৰৰ পৰা লৰাৰ ঘৰলৈ খবৰ দিয়ে। খবৰ পোৱা মাত্ৰেই ঘৰৰ পৰা তামোল-পান চাউল, ভাগৱতৰ কাৰণে এডোখৰ কাপোৰ কন্যা ঘৰলৈ আনি দি যায়হি। সেই বিয়া খনৰ সম্পূৰ্ণ খৰছ দৰা ঘৰে বহন কৰে। এয়ে হ'ল তোলনীয়া বিয়া। লৰা-ছোৱালী ডেকা গাভৰু হ'লে ( অৰ্থাৎ বিয়াৰ বয়স হ'লে ) দৰাই কন্যাক মাকৰ ঘৰৰ পৰা লৈ যায়হি।

## সৰু বিয়া :

মিতিৰ সম্বন্ধ নোহোৱা গাভৰু ছোৱালী চকুত লগা বা মনে ধৰা হ'লে, মনে ধৰা ল'ৰাৰ ঘৰৰ পৰা পান-তামোল লৈ খুজিবলৈ যায়। দুয়ো ঘৰৰ কথা মিলিলে বা ৰাহি যোৰা মিলিলে, এদিনৰ পিচত চাউল, হাঁহ, গুৰ, গাখীৰ কল লৈ ভাৰ বান্ধি দৰাৰ লগত ধৰা ( সখি ) আৰু মাক বা মাকৰ পৰিৱৰ্ত্তে খুৰীয়েক বা বৌয়েক আৰু গাভৰু ছোৱালী এজনী বা দুজনী বিয়ুৰীয়া হৈ ঘৰ উঠেগৈ। পিচদিনা কন্যা ঘৰৰ পৰা কন্যাৰ মাক আৰু লগত কেইজনীমান গাভৰু ছোৱালী কন্যাৰ দদায়েক বা ককায়েকৰ লগত আহি

দৰাৰ ঘৰত এৰাতি থাকি ঘুৰি যায়। এয়ে হ'ল সক বিয়াৰ নিয়ম। পিছত বৰ বিয়া পাতে।

## আবৈয়া বিয়া :

কাৰোবাৰ গাভৰু ছোৱালী মিত্ৰিৰ কুটুম নোহোৱা আৰু বিয়া বাক কৰিব পৰা খেলৰ হ'লে. চকুত লগা বা মনে ধৰা হ'লে ল'ৰাজনৰ ঘৰৰ পৰা তামোল-পান লৈ খোজে। নোওৱা—ধুওৱা নকৰি ভকত সেৱা কৰি দৰাক দি পঠায়। এয়ে হ'ল আবৈয়া বিয়া।

## দেবীয়া বিয়া :

কাৰোবাৰ যদি ঘৈণীয়েকৰ মৃত্যু হয় সেই বৰলাজনৰ ঘৰৰ মানুহে সম্বন্ধ নোহোৱা ঘৰৰ পৰা ছোৱালী খোজে আৰু যদি সেইজনলৈ ছোৱালী দিব বিচাৰে তেতিয়া বিয়াত কন্যাজনীক নোৱাই-ধুৱায় ভকত সেৱা কৰি পঠায় দিয়ে। এইখনকে দেবীয়া বিয়া বোলে।

## চোৰ বিয়া :

ডেকা আৰু গাভৰুৰ মনে মিলিলে কিন্তু বিয়া কৰিব পৰা খেলত হ'লে আৰু মিত্ৰিৰ কুটুম নহলে ডেকাই গাভৰুক পলুৱাই লৈ যোৱা বিয়াকে চোৰ বিয়া বোলে। কিন্তু দৰা ঘৰৰ মানুহে তামোল-পান লৈ চোৰ ওলায় আৰু দৰা আৰু কন্যা উভয় ঘৰৰে

মাজত মিতিৰ পাতিছো বুলি এখন শবাই ভঙা সমাজ পাতে। এনে বিয়া মৰাণ সমাজত অতি জনপ্ৰিয়। কোনো জীয়া বৰলা বা দাং বৰলাই চোৰ বিয়াহে কৰে। সেই সকলৰ মিতিৰ হোৱা বা লেঠা-জেঙা নৰাত কন্যা ঘৰে দৰাঘৰীয়াক ছোৱালী এৰিব নোৱাৰে বুলি ভকতৰ আগত শপত গ্ৰহণ কৰোৱায়।

## পচা বিয়া :

একজন বৰলা আৰু একজনী গাঁৰীৰ মন মিলিলে আৰু মিতিৰ কুটুম নহ'লে আৰু একেটা খেলৰ ন'হলে মাক দেউতাকে দেখাদেখিকৈ বিয়া দিয়ে। নোওৰা-ধুওৰা ভকত সেৱা আদি অনুষ্ঠান নকৰে। এনে বিয়াক পচা বিয়া বোলে।

## বৰ বিয়া :

মৰাণ সকলৰ বিবাহৰ ক্ষেত্ৰত একে বংশ বা খেলৰ পৰা অথবা সম্বন্ধীয় লোকৰ মাজত বিয়া নাপাতে। সম্বন্ধ নলগা বা নিজৰ পৰা ভিন্ন বংশৰ লৰা-ছোৱালীৰ মাজত বিবাহ সম্পৰ্ক গঢ়ি উঠিলে আৰু আৰ্থিক অৱস্থা ভাল হ'লে তেওঁলোকৰ লৰা-ছোৱালীৰ দুয়োফালৰ পৰা মাক-দেউতাক বংশ পৰিয়ালে বৰ বিয়া পাতিবলৈ বিচাৰিলে আৰু ল'ৰা-ছোৱালীয়ে বৰ বিয়াত বহিবলৈ সন্মত হ'লেহে বৰ বিয়া পতা হয়। মৰাণ বৰ বিয়া প্ৰকৃততে যৌৱনপূৰ্ণ লৰা-ছোৱালীৰ মনে বাচি লোৱাৰ পাছতহে হয়। ল'ৰাই অন্তৰঙ্গ বন্ধুৰ দ্বাৰা বাপেকক জনায়। তেওঁলোকে ল'ৰাৰ বাপেকে ছোৱালী খোজা দিন ঠিক কৰি জনাই দিয়ে। ঠিক কৰা মতে ল'ৰাৰ বাপেকে লগত দুজনমান মানুহ

লৈ এটা খোমৰ মাননি দি ছোৱালী খোজে। বিয়া কৰাৰ সিদ্ধান্ত হ'লে ল'ৰাৰ বাপেকে ঘৰ উঠা নিয়ম বোৰ শোধে আৰু দিন বাৰ ঠিক কৰি মাহটোৰ ভিতৰতে ঘৰ উঠে।

## ঘৰ উঠা প্ৰণালী :

ঘৰ উঠিবলৈ যাওঁতে এখন হাঁহৰ ভাৰ, তামোল পান, গুৰ, গাখীৰ, কল এথোক, কুঁহিয়াৰ আদিৰ এখন ডাঙৰ ভাৰ লৈ যায়। ল'ৰাৰ লগতে মাক সম্বন্ধীয় তুগলাকী বুঢ়ী, লগৰ ২/৩ জন সমনীয়া আৰু ২/৩ জনী গাভৰু ছোৱালীৰ সৈতে বিযোৰাঁয়া হৈ যায়। মানুহ ৭/৯/১১/১৩ জনলৈকে যায়। ঘৰ উঠা দিনাই জোঁৱাই আৰু মিতিৰ চিনাকি বুলি কোৱা হয়। সেই দিনাৰ পৰাই ল'ৰাক অমুকীৰ দৰা বুলি নাম দিয়া হয় বা ছোৱালীক অমুকাৰ কন্যা বুলি কোৱা হয়। কন্যা ঘৰত দৰা এনিশা থাকি ঘূৰি আহিব লাগে।

বিয়াখন যদি বছৰটোৰ ভিতৰত পাতিব পৰা নহয় তেতিয়া বিয়া নোহোৱালৈকে দৰাই কন্যা ঘৰলৈ মাহে মাহে অহা-যোৱা কৰি থাকে। বিয়া হোৱাৰ আগতে যদি বিহু হয়, তেতিয়া বিহুত বিহু ভাৰো দিব লাগে। জনসংখ্যা প্ৰায় ঘৰ উঠা নিয়মে যাব লাগে।

বিয়া নোহোৱাকৈ বছৰ বাগৰিলে দৰাৰ ঘৰৰ পৰা টোপোলা মাননি লৈ বিয়াৰ দিনৰ কথা সোধে। তেতিয়া বিয়াৰ দিন ঠিক ওচৰ-চুবুৰীয়া মিতিৰ কুটুমক ভাৰ টোপোলা খুওৱা বুলি ভাৰটোপোলা খাবলৈ মাতে। দুয়ো ফৈদৰ মানুহ গোট খাই ভাৰ টোপোলা খায়। ইয়াৰ দুই এদিনৰ পাছত দিন বাৰ চাই কৰ্জা বা খৰছৰ হিচাপ কৰে। কৰ্জা কৰাৰ দিনা দুই ফৈদৰ মানুহ গোট খাই কৰ্জা কৰে। দৰা ঘৰৰ মানুহে টোপোলা মাননি দি কৰ্জাৰ

আউল মাৰি দিবলৈ কয়। তেতিয়া দুই ফৈদৰ মানুহে বিয়া কেইদিনৰ হ'ব আলোচনা কৰি ঠিক কৰে। ৩/৫ দিনীয়া বিয়া পাতে। আজি কালি প্ৰায় দুদিনীয়াকৈ পাতে।

## কৰ্জা কৰা নিয়ম :

কন্যাফলীয়া বাইজে কৰ্জা কৰে হাঁহ একুৰি, তামোল একাউন[1], পান এবিহা[2] বিয়াৰ জাননীৰ বাবে, পাত ৩ ভাৰ বিয়াৰ ২০/২৫ দিনৰ আগতে দিব লাগে।

বিয়াৰ দিনা আলহীয়ে খাবলৈ চাউল ১০ পাচি (প্ৰায় ৪ কুইণ্টল), হাঁহ ২৫টা, শাক প্ৰয়োজনমান, চাহপাত ৫ সেৰ, কেৰাচিন ২ টিং, প্যাত ১০ ভাৰ লাগে। এইখিনি বস্তুৰে নাটিলে কন্যা ঘৰে দায়িত্ব লয়। কৰ্জা কৰা বস্তু দিয়াৰ পিচদিনা দৰা ঘৰে দৰাৰ গাৱঁৰ বাইজক আৰু কন্যা ঘৰে কন্যা ঘৰৰ বাইজক জাননী তামোল বান্ধিবলৈ মাতে। কাক কেনেকৈ মাতিব তাৰ হিচাপ দুয়োঘৰে দিব লাগে। ইয়াৰ পিচদিনাৰ পৰা বিয়া ঘৰত ক'ত কি কাম কৰিব লাগে বাইজে কৰি যায়। বিয়া নোৰাবলৈ ঢোপ তুলিবৰ বাবে বৰ বিয়া কৰা এজন ব্যক্তিক টোপোলা মাননি দি মাতি আনে। এইটো নকৰিলে আনে ঢোপ নোতোলে। ঢোপৰ ওপৰত এটা বেৰি[3] সাজে। বেৰি, ঘৰৰ আগত হ'ব লাগে। ঢোপ তোলোতে এটা তামোলৰ টোপোলা, লোহা এডোখৰ, এটা হাঁহ কণী দিব লাগে। ঢোপটো[4] প্ৰায় এহাত

১। একাউন — ২০ পোন
২। এবিহা — ৮০ গুছি
৩। বেৰি — বেই
৪। ঢোপ — চিপ বাটি

মান ওখ কৰিব লাগে। চোপৰ কাম শেষ হ'লে বেৰি এটা সজা হয়। চোপটো মাজত থৈ ৫ হাত মান বহলৰ বৰ্গক্ষেত্ৰ আকাৰেৰে চাৰিওফালে ৪টা ডাল পোলাই কল পটুৱাৰে এখন গাটে ঘূৰাই দিয়া মূৰে থৈ দিয়ে। ইয়াৰ মাজতে চোপৰ চাৰিওফালে চাৰিটা ধাঁহৰ খুটি, ৪ ডাল কল, ৪ ডাল কুঁহিয়াৰ দি ওপৰলৈ জোৰা কৰি টুপি আকাৰত সজা হয়। চোপ তোলোতে গোপিনী সকলে বিয়া নাম গায় থাকে আৰু প্ৰতিটো কামৰ আৰম্ভণিতে আৰু শেষ হ'লে গোপিনী সকলে উৰুলি দিয়ে। যি কোনো কামৰ আগত আৰু পাছত তিনিবাৰকৈ উৰুলি দিয়া হয়। এৰী সূতা পকাই লৈ আম পাত, ধানৰ থোক, কপাহ গুটি বেৰি আৰু প্ৰতি ছুৱাৰ মুখৰ ওপৰত বান্ধি দিয়া হয়।

বিয়াৰ প্ৰথম দিনা দৰা ঘৰীয়াই টেকেলী দিবলৈ যায়। বিয়া ঘৰত গাঁৱৰ সকলো ৰাইজ গোট খাই থাকে। টেকেলী দিবলৈ যোৱাৰ লগে লগে দৰা কন্যাকে নিজৰ নিজৰ গোঁসাইক সেৱা কৰিবলৈ নিয়া হয়। আদহীয়া ডেকা জীয়ৰী, বোৱাৰী টেকেলী দিবলৈ যায়। টেকেলীৰ লগত এখন সম্পূৰ্ণ ডোলনি দিব লাগে। ডোলানত থাকে- এপোৱলীয়া চাউল, ছুটা আধা কটা কল ডিল, প্ৰতিটো ডিলত এডালকৈ থাক, এখন বিচনী, এআঁখি বিয়োৱীয়া কল, এনেচা এৰী সূতা, উমু খেৰৰ কাঠি ৩ ডাল, মিঠাতেল এবটল, চাক এটা, টেকেলীটোত আম পাত ঠাল, এৰী সূতা পকাই বন্ধা আম পাত এখিলা, ধান এথোক, অলপ কপাহেৰে মালা বনাই টেকেলীৰ ডিঙিত পিন্ধোৱা থাকে। টেকেলীত পানীও থাকে। কন্যা নোৱাবৰ বাবে এবাটি দলা মাটিমাহ, মাহৰ সমানে কেঁচা হালধি এটোপোলা, বৰঘিলা, গাঁথিয়ন, কপাহ গুটি, ছাঁই, দুবৰি বন এমুঠি, ককালত মৰা কাপোৰ, পাকনি কপোৰ এখন, মেখেলা এখন, আৰ্চি এখন, ফনি এখন, মূৰত

লবলৈ সক তেওঁৰ বটল এটা আৰু এটা ছাতি নিব লাগে। সেই দিনাৰ পৰা কন্যা দৰা ধৰৰ অধিকাৰ হয় বাবে গধূলি ভাত সাজ দৰাৰ পৰাই খাব লাগে। এই ভাত সাজ খাবৰ কাৰণে আনৰ খৰি, আমৰে খুটি, বেতুনা, শাক, হাঁহকনী এটা নিব লাগে। এই ভাত সাজ ডোলনি লোৱা ছোৱালীজনীয়ে সিজাই দিব লাগে। এই সকলোবোৰ বস্তু এটা এটাকৈ দেখুৱাই কন্যা ঘৰৰ মানুহক গটাই দি, বুঢ়ী জীয়ৰী সকলে কন্যা ঘৰৰ ভিতৰলৈ গৈ কন্যাক আঙুঠি পিন্ধাই তেল ঘহি দি দৰা ঘৰৰ মানুহ ঘূৰি আহে।

দৰা ধৰীয়া মানুহ ঘূৰি অহাৰ পাছত নিশালৈ বিয়াৰ কাম আৰম্ভ হয়। ভকত আৰু গায়ন বায়ন আহি বিয়াৰ ধৰ্ম খোলাত বহিলে বিয়াৰ ঘৰৰ মানুহে তামুলী সাজ পাতে। ধৰ্মৰ নিয়মেৰে গোৱা বোৱা কৰি ঈশ্বৰৰ নামত সবাহ পাতে। এই সবাহ শেষ হোৱাৰ লগে লগে ডোলনী টেকেলী লোৱা ছোৱালী সকলে ভকতক সেৱা কৰে। ডোলনী টেকেলী লোৱা ছোৱালীবোৰে ডোলনী টেকেলী সজাই লয়। দৰাই দিয়া টেকেলী ডোলনী লবলৈ মাক বাপেক থকা ছোৱালী বিচাৰি টোপোলা মাননী দি বাপেক মাকৰ পৰা গোনাই (খুজি) আনে। বেচি ডোলনী টেকেলী লব লগা হ'লে বিয়াৰ খোলাতে বাইজে বাছি দিয়ে। সকলো ডোলনী টেকেলী একেদৰেই সজাব লাগে। নিয়মমতে পাঁচযোৰ ডোলনী টেকেলী লোৱা হয় যদিও গাওঁ আৰু বংশ অনুসৰি বেচিকৈ লোৱা হয়। দৰা বা কন্যাক নোৱাওঁতে দৰা বা কন্যাৰ গাত পানী ছটিয়াই যোৱা পাট গাভৰু ছোৱালীজনীক লোটা লোৱা বোলা হয়। ওচৰৰ কোনো গাৱঁৰ চুবুৰীয়া হিচাবে মাতিলে তেওঁলোক অহাৰ লগে লগে পদূলি মুখৰ পৰা টোপোলা সন্মানেৰে আগবঢ়াই অনা হয়। আগবঢ়াই আনি বিয়া খোলাত

অলপ সময় বহুৱাই দৰা বা কন্যাক সেৱা কৰোৱাই বাইজক বিয়াখন ভালে কুশলে চলাই দিবলৈ গভাই দিয়া হয়।

কোঠাৰ পৰা কণিয়া (কন্যা) উলিয়াই আনোতে ঘাই দোলনী লোৱা গৰাকী আগত, বাকী কেইগৰাকী তাৰ পাছত আৰু শেষত টেকেলী লোৱা কেইগৰাকী আছে। ঘাই টেকেলী লোৱা গৰাকীয়ে কন্যাৰ গাৰ কাপোৰৰ আচঁলত ধৰি আনে আৰু কন্যাৰ পাছত লোটা লোৱা পাটগাভৰু গৰাকী আছে। কন্যা বা দৰাক ভিতৰৰ পৰা ভনিয়েকে বোকাচাত তুলি আনে বস্তা খোলাত পাৰি থোৱা পাটীত চাউল ছটিয়ায় বহুৱাব। টেকেলী ডোলনীবোৰ দৰা বা কন্যাৰ আগত থোৱা হয়। এই সময়তে দৰা আৰু কন্যাক গাম খাৰু, কাণত থুৰীয়া কেৰু, ডিঙিত গুণাৰ ফুটি মণি, গলপতা, মাদলি আদি পিন্ধোৱা হয় আৰু উৰুলি দিয়া হয়। গোপিনীসকলে বিয়া নাম গায়। অলংকাৰ পিন্ধোৱাৰ পাছত পাটীৰ পৰা কন্যা ঔতবাই নি পাটীখন চাকা কৰি আকৌ চাউল ছটিয়াই কন্যাক বহুওৱা হয়। ঘাই দোলনী খনত থকা তেলৰ বটলৰ পৰা ঘাই টেকেলী লোৱা ছোৱালীজনীয়ে কন্যাৰ মুখত তেল ঘঁহে আৰু লগে লগে পানী তুলিবলৈ যায়। পানী তুলিবলৈ যাওঁতে চুকোছা বাঁহৰ খৰিত জুই লগাই নিয়া হয় আৰু গোপিনীসকলে খেৰি গায়। বিয়া ঘৰৰ পৰা উচনী ঘাটত পানী তোলা হয়। কন্যা বা দৰা উলিয়াওতে দোলনী টেকেলী যি দৰে আনে সেইদৰে পানী তুলিবলৈ যোৱাৰ পৰা বেৰিত ঘুৱালেকে (নোওৱা) বিয়াৰ কেওঁদিন একেদৰে থাকে। সাল-সলনি কৰা নীতি বিৰুদ্ধ। পানী তুলিবলৈ যাওঁতে চুলীয়া সকল শাৰী পাতি লেহেতীয়া ঢোলৰ খুটে খুটে আগত যায় আৰু পাছত দোলনী টেকেলী লোৱা সকল আৰু বাঁহৰ খৰিত জুই লৈ গোপিনীসকলে খেৰি গাই যায়, তাৰ পাছত অন্যান্য যুৱক-যুৱতী সকল যায়। ঘাট পালে দোলনী টেকেলী লোৱাসকলক

ঢুলীয়া সকলে বাট এৰি দি নাচ বাগ কৰি স্ফুৰ্ত্তি কৰে। দোলনী, টেকেলী লোৱা সকলে দোলনী টেকেলীবোৰ মাটিত থয়। তেতিয়া দোলনী লোৱা গৰাকীয়ে পানীৰ ধুঁৱলিত চোপ এটা তুলি দোলনীত থকা উলু খেৰৰ কাঠি তিনিডালে তিনি খুটি পুতি এৰী সূতাৰে তিনিপাক মেৰিয়াই বান্ধে। আগতে দোলনী সাজু কৰি থোৱা থুৰিয়া তামোলখন ঘাই টেকেলী লোৱা জনীয়ে দুহাতে আঁচলত বাকি টেকেলী লোৱা গৰাকীয়ে সোধে—কেলেই আহিছ? উত্তৰত কোৱা হয়—বিয়া বুলি আহিছো। কাৰ বিয়া? অমুকীৰ বিয়া। কি আনিছ? হাঁহৰ মূৰা, বাহঁৰ মূঢ়া আদি কথাৰে সোধ পোচ কৰা হয়। তেতিয়া টেকেলীত থকা আম ঠালেৰে হাতৰ আঁচলত কোবাই দিয়া হয়। তেতিয়া থুৰীয়া তামোলখন সূতাৰে মেৰিওৱা চোপৰ খুটি তিনিটাৰ মাজত পেলাই দিয়া হয়। এনেকৈ প্ৰতি গৰাকী দোলনী টেকেলী লোৱাই তিনিবাৰকৈ কৰে। শেষত ঘাই দোলনী টেকেলী আৰু লোটা লোৱা গৰাকীয়ে দোলনীত থকা ফনিখনেৰে একেলগে তিনি গৰাকীয়ে তিনিবাৰ ফনিয়াই তিনিবাৰ উৰুলি দি পানীত পেলাই দিয়ে। ইয়াৰ পাছত আটাই কেইগৰাকীয়ে ঘাই টেকেলীটো একেলগে ধৰি তিনিবাৰ পানী ভৰাই উৰুলি দি কাম শেষ কৰে। পানী তুলিবলৈ যোৱাৰ দৰে ঘূৰি আহি সকলোৱে বেৰিৰ ওচৰত বয়হি। ঘাই টেকেলীৰ পানী ঘৰৰ আগফালে পশ্চিম ফালৰ চালৰ ওপৰলৈ তিনিবাৰ ছটিয়াই তিনিবাৰ উৰুলি দিয়া হয়। তাৰ পিচত কপিয়াই কাপোৰৰ আগ এটা হাতৰ তলুৱাত পাৰি ওপৰত কলহটো ধৰি অনা হয়। দৰা বা কন্যাক তিনিয়েক বা ককায়েকে বোকোচাত আনি বেৰিৰ মজিয়াত থয়হি। ঢুলীয়া সকলে নোৱনি ঢোলৰ খুটৰ তালে তালে আগুৱাই যায়। ঢুলীয়াৰ পাছত দোলনী টেকেলী লোৱা সকল আৰু ঘাই টেকেলী লোৱা গৰাকীয়ে দৰা বা কন্যাৰ

কাপোৰৰ আগত ধৰি যায়। লোটা লোৱা গৰাকীয়ে দৰা বা কন্যাৰ গাত পানী ছটিয়াই যায়। দোলনী লোৱা সকলে দোলনীৰ চাউল ওপৰলৈ ছটিয়াই যায়। বেৰিত তিনিপাক ঘূৰি দোলনী টেকেলী লোৱা সকলে শেষত খুটিৰ ভিতৰেদি সৰকি বৈ যায়। লোটা লোৱা গৰাকীয়ে লোটাটো। খুটিৰ ভিতৰেদি তিনিপাক একেটা খুটাতে সবকাই দৰা বা কন্যাক ঢোপৰ ওপৰত পাৰি থোৱা চাৰি খুৰা লগা চাকৰ ওপৰত বহুওৱা হয়। নোৱাই থাকোতে গোপিনীসকলে খেৰি গায়। দৰা বা কন্যাক পীৰাত বহি ভৰি থৰলৈ আগলি কলপাত এখন পাৰি তাৰ ওপৰত ধান খেৰৰ মুঠি ছুটা থোৱা হয়। মুঠিৰ মাজত সক শিলগুটি দিয়া হয়। ঢোপৰ পীৰাত উঠি দৰা বা কন্যাই গা ধোওঁতে ধৰি থাকিবলৈ এপাত নগা যাঠি মাটিত গুজি থোৱা হয়। যাঠিৰ লগতে দৰিকা দা নামৰ দা (এখন দীঘল দা) ফাকৰ সৈতে থোৱা হয়। খুন্দা মাটিমাহ, বৰৰিলা দৰা বা কন্যাৰ সৌহাতে আৰু খুন্দা হালধিখিনি বাওঁহাতে থোৱা হয়। এইখিনি বাটি একোটাত থোৱা হয়। প্ৰথমতে ঘাই টেকেলী লোৱা গৰাকীয়ে কন্যা বা দৰাৰ আঠুত আৰু বাউসীত মাহ হালধি সানি দোলনীৰ চাউল ছটিয়াই সেই একেদৰে বাকী কেইজনীয়ে মাহ হালধি ঘঁহি চাউল ছটিয়ায় আৰু গোপিনীসকলে খেৰি গায়। মাহ হালধি ঘঁহাৰ পাছত ঘাই টেকেলী লোৱা গৰাকীয়ে কন্যাৰ চুলিকোছা ওভোটাই আনি কপালৰ আগত ধৰি থাকে। দৰাৰ ক্ষেত্ৰত এই নিয়ম নাই যিহেতু দৰাৰ চুলি চুটি। লগে লগে টেকেলীৰ পানী মূৰত আৰু বাউসীত বাকি দিয়া হয়। ইয়াৰ পিচত পীৰাৰ ওপৰত থিয় হৈ যাঠি ডালত ধৰি থাকে। আন এগৰাকীয়ে মূৰত তিনি কলহ পানী বাকি গা ধোৱাই থাকোতে গোপিনীসকলে খেৰি গায় আৰু টেকেলী লোৱা গৰাকীয়ে চুলিকোছা জোকাৰি থাকে। নোৱাই

ধোৱাই নতুন সাজ পিন্ধাই চোপৰ পীৰাত বহুৱাই গোপীসকলে খেৰি গাত আৰু আশীৰ্ব্বাদ দিয়ে। তিনিবাৰ উকলি দি প্ৰথম নোৱনৰ কাম শেষ কৰে। নোৱাবলৈ অনাৰ দৰে আকৌ পাটীলৈ নি মূৰ কনিয়াই ওৰণি দি বহুৱাই খোৱা হয়। দৰাক পাগুৰি মৰা হয়। দৰাৰ লগত দৰা ধৰা লোৱা হয় যদিও তেওঁক নোৱা নহয় বেৰুৰ লগতহে থাকে। বেৰিত হ'লে কলপাতৰ ওপৰত থিয় হৈ থাকে। দৰাক পাটীলৈ আনিলে তেওঁকো দৰাৰ লগত পাটীত বহুৱাই খোৱা হয়। কৰ্জা কৰাৰ দিনা কড়ি খেলিবৰ বাবে আলোচনা কৰা থাকিলে কড়ি খেলিবলৈ শিকোৱা হয়। কড়ি ছুযোৰ ছুকুৰি থাকে আৰু লগত থাকে ৰূপৰ এখন কটাৰী আৰু এটা ৰূপৰ তামোল লগ লগাই বন্ধা থাকে। এই তামোল কটাৰীযোৰ বুঢ়া আঙুলি আৰু তৰ্জ্জনি আঙুলিৰ মাজত চেপ লোৱা হয়। কড়ি খেলোতে তামোল কটাৰী যোৰ পৰাটো নীতি বিৰুদ্ধ। এই খেলত দৰা কন্যাৰ প্ৰতিযোগিতা পতা হয়। ইফালে ডেকা জীয়ৰী সকলে নাচ বাগ কৰি আনন্দ স্ফূৰ্ত্তিৰে ৰাতিটো কটাই দিয়ে। ৰাতি পুৱালে দৰা বা কন্যাক নিজৰ বেঠীত সোমোৱাই খোৱা হয়। ইয়াৰে কিছুমানৰ বংশ অনুসৰি কড়ি খেলিব পৰা নিয়ম নাই। তেওঁলোকৰ বাবে ঝপা ঘূৰোওঁৱা নিয়ম আছে। ঝপা ঘূৰালে কড়ি খেলিবলৈ শিকিব-লগীয়া নহয়। ঝপা ঘূৰাওঁতে ত্ৰিভুজ আকাৰত তিনিখন শৰাই বহুৱাই শৰাইৰ ওপৰত ধানৰ আখৈ খোৱা হয়। দৰা কন্যা থিয় হৈ ঘূৰি প্ৰতিখন শৰাইৰ পৰা তিনিমুঠিকৈ আখৈ আনি নিজৰ কাপোৰৰ আঁচলত থয়। এই আখৈখিনি টঙালেৰে সজা সৰু বেটাৰী এটাৰে জোখা হয়। যাৰ বেছি হয় সিয়ে জিকে। কন্যা ঘৰত দৰা গলে ঝপা ঘূৰোৱা হয়। দৰা বা কন্যাই অকলে নকৰে। প্ৰথম নিশা যি দৰে নোৱাই বিয়াৰ সকলো কেইদিন একেদৰে থাকে যদিও ঘাই বিয়াৰ দিনা নিয়ম অলপ বেছি হয়।

বিয়াৰ দিনা আলহীক খুওৱা-বোৱা কৰোৱা হয়। খাই বৈ শেষ হ'লে দৰা বা কন্যাক নোৱায়। নোওৱা শেষ হ'লে দৰা বা কন্যাক বভাৰ পাটীত বহুৱাই গাথিয়ন খুন্দা হয়। কাপোৰৰ পাছফালে চাউলৰ টোম এটাও বহি কন্যাৰ ককালত ধৰি থাকে। কাপোৰৰ সন্মুখত বুঢ়ী বা জীয়ৰী পাঁচ গৰাকী বহে। আৰু দুগৰাকী মানুহে কাপোৰ এখন দুই মূৰে মেলি ধৰি গাথিয়ন খুন্দা সকলৰ ওপৰত জোকাৰ জোকাৰ ধৰি থাকে। কাপোৰৰ ওপৰত চাউল, ফুটছাই, কপাহ গুটি অলপ লৈ টোপোলা এটা বান্ধি লয় আৰু দুবৰিৰ বন এমুঠিৰ লগত পান এখন বান্ধি গাথিয়ন খুন্দে। গাথিয়ন খুন্দা সময়ত খেৰি গোৱা হয়। গাথিয়ন খুন্দাৰ পাছত স্বৰ্গ আৰু পৃথিৱীৰ ছাব এখন আৰু দৰা বা কন্যাৰ আগত খুটা এটাত ওলমাই থয়। ছবি অঁকা বস্তুটো টঙালেৰে সজা এখন চৰাত মাটি লিপি বাতপুৱা উঠি অহা বেলি, শুক্লপক্ষ, অৰ্ধচন্দ্ৰ, গ্ৰহ নক্ষত্ৰ, এটা হাতী আকাশৰ চিত্ৰত অঁকা হয় আৰু পৃথিৱীৰ ছাবত অঁকা হয় এজোপা থোক পৰা কলগছ আৰু বৰ্নানিৰ ছাব। এই ছাববোৰত পাৰ্যমানে ৰং ব্যৱহাৰ কৰা হয়।

ইয়াৰ পাছত গাথিয়ন খুন্দোতে কাপোৰৰ ওপৰত লোৱা বস্ত্ৰাখান ডলা এখনত লৈ দৰা বা কন্যাৰ আগত কুলাবুঢ়া নচা ছোৱালীজনীয়ে বাওঁহাতে ডলাখন মূৰত লৈ সোঁহাতে যাঠি এপাত লৈ ঢোলৰ খুটৰ চেঁৱে চেঁৱে অঙ্গী ভঙ্গী কৰি নাচে। এটি ঢোলৰ খুটৰ শেষত নাচনীয়ে দৰা বা কন্যাৰ আগত আঠু লৈ বহে। যাঠি আৰু ডলাখন বহাৰ সময়ত আনে ধৰি দিয়ে। সেই সময়ত গোপীনী সকলে খেৰি গায়। নাচনীয়ে আঠু লৈ বহি ডলাত থকা পান আৰু দুবৰি বনেৰে দৈয়ন দিয়া হয়। প্ৰতিবাৰ দৈয়ন দিওঁতে আন এজনী ছোৱালীয়ে টেকেলীৰ আমৰ ঠালেৰে হাতত কোবাই

দিয়ে। এই কাম বাতিপুৰালৈকে কৰা হয়। বাতি পুৱালে চুৰ পানী তুলিবলৈ যায়। যাওঁতে আহোতে খেৰি গায়। এই পানী তোলোতে বেলি দেখিব নালাগে বাবেই ইয়াক চুৰ পানী বোলা হয়। এই পানী তোলে যাই টেকেলী লোৱা গৰাকীয়ে। গা ধুই তিতা গাবে টেকেলী ভৰাই পানী আনিব লাগে। পানী অনাৰ পাছতহে মাক বা মাকৰ তুলা বুঢ়ী এজনীয়ে দৈয়ন দিয়ে। পাটীৰ পৰা দৰা বা কন্যাক ছুৱাৰ মুখলৈ নিয়া হয়। নিওঁতে গাৰ কাপোৰখনকে মাটিত পাৰি দি খোজ কঢ়াই নিয়া হয়। ছুৱাৰ মুখতে নোৱনি পীৰা চটাত বহুৱাই লৈ নোওৱাৰ দৰেই মাহ হালধিৰ বাটি ছুটা ভাগে ভাগে থোৱা হয় আৰু বান্ধি থোৱা পান আৰু দুবৰি বন কোছা বাটিত জুবুৰিয়াই দৰা বা কন্যাৰ বাউসীত আৰু আঠুত কোঁবোৱা হয়। আন এগৰাকীয়ে টেকেলীত থকা আম ঠালেৰে হাতত তিনিবাৰকৈ কোবায়। দৈয়ন দিওঁতে গোপনীসকলে খেৰি গায়। বাতিপুৱাৰ লগে লগে ডেকা জীয়ৰী সকলে নাচ বাগ এৰি দৰা বা কন্যা সোমোৱাই থয়। লগে লগে দ্বিতীয় দিনাৰ কাম সামৰা হয়।

বাতিপুৱা কন্যাঘৰত যৌতুকৰ বস্তুবোৰ হিচাপ কৰি নীতিমতে ভাৰ বান্ধে। প্ৰথম ভাৰখন মোমায়েকে চাৰি খুৰা লগা চামৰ পীৰা এখনৰ ওপৰত বাকচ এটা দি তাৰ ওপৰত চাপলি এখন দি সাজি ভাৰ এখন তৈয়াৰ কৰে। ইয়াৰ পাছত বহি কাটি কাপোৰ কানি আদি, তাঁতৰ শাল ভাগ কৰি বান্ধি ৰাখে। দৰা আহি চ'ৰা ঘৰত সোমালে বস্তুবোৰ বতা খোলালৈ নিয়া হয়। কলহৰ ভাৰখনৰ পৰা কন্যাই উলিয়াই মাকৰ ঘৰত থোৱা নিয়ম।

ইকালে দৰা ঘৰতো বুঢ়ালোকে বাতিয়েই দৰাৰ বাবে মখিয়ল আৰু মালা গাঁথে, কন্যা ঘৰতো মালা গোথে। দৰাৰ

ঘৰত বামুণৰ ভাৰ আৰু তামোলৰ শৰাই আদি বন্ধা হয়। এক হাত দীঘল বাঁহৰ কাঠি ছুডাল ওপৰলৈ এহাতমান, তললৈ এহাতমান, এহাতভৈক কম লৈ পূৰণ চিনৰ দৰে বান্ধে। তলৰ ফালে বৰগছৰ পাত, কলডিলৰ পটুৱা, কঠাল পাত আৰু কেনাই গছৰ পাত ওপৰত কাঠি ছুডালত ৰঙীণ কাগজেৰে মেৰিয়াই মূৰত চোৱা ফুল ওলমাই বান্ধি মৰিয়ল সজা হয়। কুইলা গছৰ মজ্জিকা এক আঙুলকৈ টুকুৰা কৰি বাঁহৰ কাঠিলৈ মূৰৰ সমান ঘূৰণীয়া কৰি টুকুৰোৰোৰ সিঙি মালা গথা হয়। ঘাই বিয়াৰ দিনা দৰা কন্যা দিনতে নোওৱা হয়। সেইদিনা নোৱাওঁতে মাকৰ পৰা আদি কৰি গাৱঁৰ আত্মি সকলে নানা ধৰণৰ উপহাৰ দিয়ে আৰু দিওঁতাসকলক দৰা বা কন্যাই তামোলৰ মাননি দিয়ে। নোওঁৱা-ধোওৱা হ'লে নতুন কাপোৰ পিন্ধায়। দৰাক থুৰিয়াই ধূতি পিন্ধোৱা হয়। দৰা বা কন্যাক চোপৰ পৰা আনি ৰভা ঘৰৰ পাটীত বহুওৱাৰ পাছত সজোৱা হয়। গুটি ফুল বচা ছকঠীয়া চেলেং কাপোৰ গাত মিৰিয়াই দি মূৰত পাগুৰি মাৰি, পাগুৰিৰ ওপৰত সোৱে বাওঁৱে এবেগেত ওখকৈ ঘূৰণীয়া কৰি কাঠি গুজি, কাঠিৰ ওপৰত ওৰণি দি মুখলৈকে ঢাকি দিয়া হয়। ওৰণিৰ ওপৰত মালা পিন্ধাই দিয়া হয়। ধূতিৰ লগত দৰাক জামা-টঙালি পিন্ধোৱা হয়। ৰভাত গায়ন বায়নৰ গীত মাত শুনিবলৈ সকলো সাজু হৈ থাকে। একাদিক্ৰমে গায়ন বায়ন, ঢুলীয়া, ঘাই দোলনী ঢেকেলী লোৱা সকল, দৰা ধৰা বুঢ়া আৰু জীয়ৰী সকলে কন্যা আনিবলৈ যায়। দৰা নোৱাওঁতে লোৱা দৰিকা দা আৰু যাঠিও নিয়া হয়। হাঁহকণী ছুটা, পুঠিমাছ, বেঙেনা ছুটা, লাউ থুলৰ পানী শিল এটাৰে সাঙি ভাৰ এখন কৰি নিয়াৰ লগতে বামুণৰ ভাৰ এখনো নিয়ে। এই ভাৰখন মাটিত থোৱা নিয়ম নহয় বাবে বস্ত কিলাকৰ ছুই পাবে ছুটা কেং বা খুটিখুটি ভাৰখনৰ কান মাৰিটো

বাদ্ধি থয়। দৰা মানুহৰ ঘৰৰ আগেদি পাৰ হ'বলগীয়া হ'লে গৃহস্থই পদূলি মুখত তামোলৰ টোপোলা আগবঢ়াব লাগে। দৰাইও প্ৰতি টোপোলাৰ বাবে মাননি ধৰে। দৰা ঘৰৰ পৰা ওলাই যাওঁতে মাকে পাছফালৰ পৰা ও বাৰ নাম ধৰি মাতে যদিও মাত দিয়া নীতি বিৰুদ্ধ। দৰাই জোৰোণত দিয়া অলংকাৰ আৰু কাপোৰ কাণিৰে কন্যা সজায় আৰু দৰা অহালৈ বৈ থাকে। দৰা কন্যাক লগ্ন কৰি উলিয়াই দিবৰ বাবে এখন খোলা থাকে। ধৰ্মৰ নিয়মমতে খোলাত তামোল পান, চাউল গুৰে শাল পাতি শাস্ত্ৰ থাপনা কৰি ভকত সকল বহি থাকে। তামুলীয়ে শালৰ বস্তুবোৰ যথা ৰীতিৰে ভগাই থকা সময়তে যৌতুকৰ খোলালৈ নিয়া হয়। কন্যা ফৈদে সম্পৰ্কীয় মানুহ বা দৰাই দিয়া হাঁহৰ ভাৰ দি জনোৱা সকলে কাঁহ, বাটি, কলহ, বাকচ আদি উপহাৰ দিয়া নিয়ম। মাননি কাপোৰ বুলি এটা মাননি দিয়াৰ পাছত বস্তুবোৰ খোলাত জমা দিয়ে।

ইফালে দৰা আহি গাৱঁৰ সীমা সোমোৱা মাত্ৰকে যুৱক-যুৱতী সকলে ঢোলে তালে তামোলৰ মাননি দি নাচি বাগি আগবঢ়াই আনে। দৰাৰ ফালৰ পৰাও প্ৰতি মাননিৰ টোপোলা দিয়া হয়। দৰাক নওলা মুখত আগেয়ে পুতি থোৱা কলপুলিৰ ওচৰলৈ আদৰি অনা হয়। দৰাৰ লগত অহা গায়ন বায়ন সকল কন্যা ঘৰৰ খোলালৈ গৈ যথা ৰীতিৰে গোৱা বোৱা শেষ কৰে। পদূলি মুখত দুফালে পুতি থোৱা কল পুলি দুটা কন্যা নোওৱা কাপোৰ এখনেৰে আঁৰ দি থোৱা হয়। ইয়াত কন্যাৰ ভনীয়েক সম্বন্ধীয় ছোৱালী এজনীয়ে দৰাৰ ভাৰ ধুৱায় আৰু দৰাই অৰিহণা বুলি পইচা দিয়ে। কন্যাৰ ককায়েকে কাঁহৰ কাহী এখনত তিনিটা চাকি জ্বলাই বিচনী এখনেৰে আঁৰ দি দৰাক আগবঢ়াই আনে। জেঠেৰীয়েকে আগবঢ়াবলৈ যাওঁতে গামোচা এখনৰ এটা মূৰে তামোল এটা, ইটো মূৰে এখিলা

পান বান্ধি দৰাৰ ভিতিত আঁথি দি আগবঢ়াই আনি ঘৰৰ দুৱাৰ মুখত আঁথি থোৱা আঁৰ কাপোৰৰ আগত এৰি দিয়ে। ইয়াৰ পৰা কন্যাই তামোলৰ মাননি দি ভিতৰলৈ আগবঢ়াই নিয়ে, দৰাইও একে মাননি কন্যাক দিয়ে। তাৰ পিছত দুয়ো একেলগে পাটীত বহাৰ লগে লগে গোপিনী সকলে যুৰীয়া খেৰি গায়। দৰা কন্যা একেলগে বহি কোলা লোৱা বুলি এটা নিয়ম কৰা হয়। এই কোলা লোৱাত এটা কাপোৰৰ পুতলা কেচুৱা সাজি কন্যাৰ কোঁচত দিয়া হয় আৰু কন্যাই দৰাৰ কোচত তিনিবাৰ দিয়া লোৱা কৰে। ইয়াৰ পিছত দুটা সক ল'ৰা ছোৱালীক দুয়োকে চুমা খুওৱা হয়। তাৰ পিছত দৰা কন্যাক বান্ধনি ঘৰৰ ভিতৰলৈ নিয়া হয়। বান্ধনি ঘৰৰ দুৱাৰ মুখত দুফালে দুটা পানী ভৰোৱা টেকেলী ওলমাই থোৱা হয়। সোঁফালৰ টেকেলীত মণি এথোক, বাওঁফালৰ টেকেলীত কটাৰী এখন ভৰাই থোৱা হয়। সোঁ টেকেলীৰ মণিডাল দৰাই আৰু বাওঁ টেকেলীৰ কটাৰীখন কন্যাই হাত সোমোৱাই উলিয়াই আনে। বান্ধনি ঘৰৰ ভিতৰত এখৰাহি চাউল এখৰাহি শাক পাতেৰে ঢাকি থোৱা হয় আৰু ইয়াক ধৰ্ম ৰীতিৰে চিনাকি কৰি দিয়া হয়। টেকেলীৰ পৰা উলিয়াই অনা মণিডাল কন্যাক আৰু কন্যাৰ কটাৰীখন দৰাক দিয়া হয়। বান্ধনি ঘৰৰ ভিতৰতে দৰা কন্যাই মাক বাপেকক সেৱা কৰে আৰু মাক বাপেকেও আশীৰ্ব্বাদ দি বিদায় দিয়ে। তাৰ পৰা ওলাই দুয়ো ভৰালত চাউল ছটিয়াই ভকতৰ খোলালৈ যায়। দৰা কন্যা খোলাত বহাৰ লগে লগে ভকতৰ বামুণ জনে গামোচা দুখন গামোচা যোৰা দি দৰা কন্যাক যুতি শ্লোক মাতে। শ্লোক মাতি শেষ কৰি কন্যাৰ কপালত মুৰিয়ল বান্ধি আকৌ শ্লোক মাতে। এই শ্লোক আশীৰ্ব্বাদৰ শ্লোক। আশীৰ্ব্বাদ দি দৰা কন্যাৰ গামোচা খুলি দিয়া হয়। দৰা কন্যাক লগ্ন কৰি বামুণৰ ভাৰখন লৈ বিদায় লয় যদিও প্ৰকৃততে

সেই ভাৰ তেওঁ নিনিয়ে। দৰা কন্যা আঠমঙলা খাবলৈ আহোঁতে সেই ভাৰৰ বস্তু তেওঁলোকক খুওৱা হয়। ইয়াৰ পাছত দৰা আৰু কন্যাই মাক বাপেক আৰু ভকতক সেৱা কৰি আশীৰ্ব্বাদ লয়। ভকতেও ধৰ্ম্ম ৰীতিৰে নাম লৈ আশীৰ্ব্বাদ দিয়ে। লগে লগে যৌতুকৰ বস্তুবোৰ খোলাৰ পৰা উলিয়াই কন্যাৰ ককায়েকে দৰা কন্যাক আগবঢ়াই দিয়ে। দৰা কন্যা যোৱাৰ পাছত কন্যাৰ ঘৰত গুৰ চাউলেৰে ভকতক কন্যা দান খুৱায়।

দৰা ঘৈণীয়েকক কন্যা লৈ গায়ন বায়নে গীতে মাতে ঢোলে ডগৰে লৈ দৰা ঘৰ পায়গৈ আৰু ঢুলীয়া সকলে ঢোল তাল সামৰে। ইয়াৰ পাছত দৰা ঘৰত গুৰ চাউল দি কন্যাজন নামে এখন সবাহ পাতি দৰাৰ কুলত তুলি লোৱা হয়। কন্যাৰ লগত যোৱা যতকা সকলে দৰা, কন্যাক ভিতৰলৈ নি দৰা কন্যাৰ কাপোৰবোৰ খুলি কন্যাৰ হাতত দিয়ে আৰু সেইবোৰ কন্যাই শাহুয়েকৰ হাতত দিব লাগে। যতকা সকলে দৰাৰ ঘৰৰ ভিতৰত বস্তুবোৰ ভালদৰে সজাই বিচনা আদি পাৰি দিয়ে। যতকা সকলে প্ৰথম সাজ ভাত দৰা ঘৰত খোৱা নিয়ম নাই বাবে নিজে সিজাই খায়। পিছ দিনা পুৱা খাই বৈ যতকা সকল ঘূৰি আহে। তিনিদিনৰ পিছত দৰা কন্যা আকৌ হাঁহৰ ভাৰ আৰু লগৰীয়া লৈ ঘৰ উঠিবলৈ যায়। সেই দিনাই বংশ পৰিয়ালক সেৱা কৰোৱাই দৰাক শহুৰ, শাহু, জেঠৈৰী, খুলালী আদি লগত চিনাকি কৰাই দিয়া হয়। খুলালীয়েকক সেৱা নকৰে। এনিশা থাকি দৰা কন্যা ঘূৰি আহে। ইয়াৰ আঠ দিনৰ মূৰত আকৌ লগত ২/৩ জন মানুহ লৈ আঠমঙলা খাবলৈ যায়। আঠ মঙলা খাওঁতে দুনিশালৈকে থাকিব পৰা নিয়ম আছে। আঠ মঙলা খাই ঘূৰি অহাৰ কেইদিনমান পাছত দৰাৰ বাপেক মাকে লগত ২/৩ গৰাকী বুঢ়া-বুঢ়ীলৈ মিত্তিৰ খাবলৈ যায়। কন্যাৰ মাক-বাপেক মিত্তিৰ খাবলৈ

নহালৈকে বিয়াৰ কাম শেষ নহয়। গতিকে তেওঁলোকেও ঘিনান পাৰে সোনকালে মিতিৰ খাই বিয়াৰ কাম সামৰে।

ৰবৰিয়াত খেৰি গোৱা হয়। এই খেৰিৰ তাৎপৰ্য্য মৰাণ সমাজত অতি গুৰুত্বপূৰ্ণ। খেৰি গোৱাৰ সময় আৰু পৰিস্থিতি বেলেগ বেলেগ। দৰা বা কন্যা, দোলনী-টেকেলী লোৱা সকলে তিনিবাৰ উৰুলি দি সমাজৰ মাজলৈ উলিয়াই আনি এখন পাটীত বহুৱাই বুঢ়ী আইসকলে গোৱা খেৰিসমূহ অৰ্থাৎ বিয়ানাম সমূহ এনেধৰণৰ :

ওলাই আহা ৰামকৃষ্ণ
আঙুলিলৈ লোখ।
অত গোপী বৈ আছে
তোমাকে নেদেখি॥

সমাজৰ মাজত দৰা বা কন্যাক পাটীত বহুৱাই থাকমণি পিন্ধায়। তেতিয়া গোৱা খেৰিসমূহ হ'ল এনেধৰণৰ :

১) ৰুক্মিণী মাকে গোপিনী মাতিছে
হাতত তামোল পান লৈ।
মাজে মজিয়াতে থাক মণি পিন্ধাইছে
মাকে চাই আছিলে বৈ॥

২) ৰুক্মিণী অলংকাৰ আনা ধাৰে কৰি
ৰুক্মিণীক পিন্ধাব লাগে।
সমাজৰ মাজত থাক মণি পিন্ধায়
মাজে মজিয়াতে থলে॥

থাক মণি পিন্ধোৱা শেষ হ'লে দোলনীত ঢুলীয়া সকলৈ এটা তামোল পান সেৱা কৰি আগবঢ়ায় আৰু পানী তুলিবলৈ যায়। পানী তুলিবলৈ যোৱাৰ সময়ত আইসকলে খেৰি গায়। ঢুলীয়া

সকলে ঢোলৰ পানী তোলা খুটি (ছেও) মাৰে :

গুৰ গুৰ গুৰ ঘিন জাং ঘিন জাং ঘিন।
গুৰ গুৰ গুৰ ঘিন জাং ঘিন জাং তিঘিন জাং ঘিন ॥

আইসকলৰ খেৰি :

১) পানী তুলিবলৈ ওলা খৰে কৰি
লগা খৰে কৰি খৰি।
পানী তুলিবলৈ ওলাইছে দৈৱকী
কাষতে কলহটি লৈ ॥

২) পানী তুলিবলৈ ওলাইছে মৌৰা
পকুৱা গমনে ধৰি ।
আগে আগে গৈছে ঢুলীয়া সকলে
দলদোপ হেন্দুলদোপ কৰি ॥

৩) দুবৈকৈ পুখুৰী খন্দালি কন্মিণী
বন্ধালি সেন্দুৰৰ আলি।
সেন্দুৰৰ আলি বগাৰ পৰা নাই
খৰিকা যেন ভাঁৰ ॥

৪) যমুনাৰ জলপাই তথা দি আছে চাই
তোলা কোনে ঘাটৰ পানী।
শিলৰ সাঁকোৰে দৈৱে পানী তোলে
ছুধাৰে ভৰালে পুনি ॥

৫) জলে লৈ যশোদা ওলটি নাচাবা
আহিব সাগৰে ভাগি ।
সাগৰো ভাগিব জগৰো লাগিব
মাকৰ তোলনীয়া বিয়া ॥

৬) উঠি আহ দৈৱকী ঘৰলৈ যাওঁ উলটি
কিনোদি কিনিজি জল।
চালত পানী ঢালি লাহেকৈ সোমাবি
নিয়ম চাই টেকেলী লবি ॥

গাভৰু সকলে পানী তোলাৰ সময়ত কিছুমানে পানী তোলে, পানী তোলাৰ আগতে জল কিনিছো বুলি এটা পইচা পুখুৰীত পেলায়। কিছুমানে পুখুৰী পাৰত উলুখেৰৰ পাঁচ মাৰলীয়া ঘৰ সাজে। পানী তুলি টেকেলী আৰু লোটাত ভৰাই শেষ কৰাৰ পিছত সেই ঘৰটো ভাঙে, তাৰ পিছত উকলি দি ডোলনী, টেকেলী, লোটা লোৱা সকলে ঢুলীয়া সকলৰ ওচৰলৈ আহে। ঢুলীয়া সকলে বাট ভেটে ; বাট ভেটা মানে ডেকাসকলে জীয়ৰী ছোৱালী, দোলনী, টেকেলী লোৱা সকলক নাচিবলৈ কোৱা। ডেকা ঢুলীয়া সকলে বিহুনাম গায় আৰু গাভৰু সকলে নাচে। গাভৰু সকলক নচুৱাই ভাগৰাই দিয়ে। তেতিয়া দোলনী-টেকেলী লোৱা সকলে বাট এৰি দিব লাগে বুলি ঢুলীয়া সকলক তামোল পান দিলে ঢুলীয়া সকলে বাট এৰি দিয়ে। এইদৰে কেইবাবাৰো বাট ভেটা-ভেটি কৰাৰ পিছত পদূলি মুৰ পাযহি। ঘাই টেকেলী লোৱা ছোৱালী জনীয়ে ঘৰৰ উজনি চকুৰ ঘৰটোৰ চালত টেকেলীৰ পানী পেলায় আৰু পাটীৰ পৰা দৰা কন্যাক লৈ আহে। বাকীবোৰে বেইৰ কাষত কন্যা বা দৰা নোৱাবলৈ সাজু হৈ থাকে। ঢুলীয়া, দোলনী, টেকেলী লোৱা সকলে ঢুলীয়া নাচনীৰে দৰা বা কন্যাৰ ককায়েকে বোকোচাত লৈ তিনিপাক ঘূৰে। আই সকলে কন্যা বা দৰা নোওৱা খেৰি গায় :

১) বেটি তিনি দালি ঘূৰে তিনিবেলি
কুমাৰে টেকেলী ধৰি।
বেটি পাই ঘূৰিলে পিৰা পাই বহিলে
পাত পাই মেলিলে ভৰি ॥

১) কোনে পিচা হালধি খৰচীয়া হ'ল।
শীতলীয়া গা পাই পচলিয়ে গ'ল॥

৩) তাময়ে গামোচা লৈ আন ঘুমুচা।
সীতাৰ গা টুকিব লাগে॥

৪) ৰুক্মিণীয়ে পদূলিতে হালি আছে নল।
কলহে কলহে ঢালে যমুনাৰে জল॥

৫) পূৱে মুখ কৰি ৰাধা গা ধলি।
পশ্চিমে জোকাৰে ধুলি॥

৬) নোৱায় ধুৱায় ৰুক্মিণীয়ে
পিৰাত দিলে ভৰি।
পেলায় দিয়া পাটৰ ধুতি
পিন্ধক লাহে কৰি॥

দৰা বা কন্যা নোওৱা ঢোলৰ খুট :

ঘিন ঘিন জাং তিঘিনিতি ঘিন।
ঘিন ঘিন জাং তিঘিনিতি ঘিন।
ঘিন ঘিন জাং তিঘিনিতি ঘিন।

বেইৰ তলত কন্যা বা দৰা নোওৱাৰ আগতে এখন পিৰা, এপাত যাঠি, খামতি দা, এখন, বেতৰ ফিটাৰে সৈতে ঢোপটোৰ বাওঁফালে গোজ মাৰি থয়। সম্মুখত দুফালে দুটা বাটিত এটাত মাহ, ঘিলা, খাৰপানী থয় আৰু আনটোত হালধি থয়। কন্যা বা দৰাক তিনিপাক নোওৱাৰ পিচত বেইৰ তলত বহুৱাই মুখত তেল সানে। যি সকলে দৰা বা কন্যাক গান দিয়ে সেই সকলেও কন্যা বা দৰা নোৱায়। প্ৰথমে মাকে এখন বৰকাপোৰ দি নোৱায়। তাৰ পিছত মাহ-হালধি ধৰি তিনি কলহ পানী ঢালে। দৰাৰ ঘৰ হ'লে দৰাক নোওৱাৰ আগতে দৰা ধৰা জনক বেইৰ কাষত থিয় কৰি ৰাখে।

দৰা বা কন্যা নোওৱাৰ পিচত সমাজৰ মাজত বহুৱাই কড়ি খেলিবলৈ শিকায়। কড়িখেলত ৪০টা কড়ি, এটা তামোল আৰু এখন কটুৱা কটাৰী ৰাখে। খেলোতে হাতত তেল আৰু কড়িতো তেল সানে। বৰ বিয়াৰ দিনা দৰা-কন্যা দুয়োকে কড়ি খেলায়। কন্যা হাৰিলে দৰাক এটা তামোল দিয়ে আৰু দৰা হাৰিলে কন্যাক এখন খনীয়া তামোল দিয়ে। দৰা বা কন্যা যিটো পক্ষই হাৰে জিকা পক্ষই নানা প্ৰকাৰে ঠাট্টা কৰে।

কড়ি খেলোৱা খেৰি :

ৰামে ৰামতীয়ে ঢাল কড়ি মাৰিলে
শালত চিঞৰিলে হাতী।
হাৰ ৰাম হাৰ্বিৰ জিক ৰাম জিৰ্কিৰ
কটাৰী দি দিবি এৰি ॥

গোটেই ৰাতি ৰং ধেমালি কৰি কটায়। আলঙী যোৱাৰ দিনা কন্যা বা দৰাৰ সন্মুখত ডলা আৰু হাতত যাঠি লৈ থাই টেকেলী লোৱা গৰাকীয়ে কুলাবুঢ়ী নাচ নাচে। ডলাখনৰ ওপৰত গাথিয়ন খুন্দা টোপোলা কেইটামান আৰু যাঠি দাল পাতেৰে বান্ধি লয়। কুলাবুঢ়ী নচা ঢোলৰ খুট :

যাং যাং গাং ঘিন যাং ঘিন যাং
ঘিন যাং তিঘিনিটি যাং
ঘিন যাং বাটলফুটা তিঘিনিটি যাং।

এইদৰে ঢোলৰ চেঁৱে চেঁৱে নাচনীয়ে তিনিপাক ঢোলৰ চেঁৱত নাচে। তাৰ পিছত এজন মতা মানুহক নচুৱায়। মতা মানুহজনেও তিনি পাক নাচে। নাচি থকা ঠাইৰ পৰা আন এজন মানুহে মূৰৰ ডলাখন ধৰে। ঢোলৰ খুট মৰা শেষলৈকে নাচি থাকে। কুলাবুঢ়ী নচা ডেকাজনক নাচৰ চেঁও শেষ হোৱাৰ পিছত আন মানুহে সোধে—

"তোমাৰ বৈনীয়েৰ আহিছেনে"? ভেকাজনৈ হুঁহুৱাৰৰ মনেৰে একেবাৰে বুঢ়ী এজনীলৈ আঙুলিয়াই দিয়ে। "তোমাৰ ল'ৰা ছোৱা আছেনে"? নিজতকৈও বয়সৰ ডুজন মানুহক দেখুৱায় দিয়ে। ল'ৰাটোৰ নাম সোধাত লৰাটোৰ নাম খালৈ আৰু ছোৱালী জনীৰ নাম জাকৈ বুলি কয়।

বৰ বিয়াৰ দিনা চুৰ পানীৰে দোলনী-টেকেলী, গায়নে বায়নে নোৱায়। গা ধুৱাই আনি সমাজৰ মাজত দৰা হ'লে জমা টঙালী আৰু কন্যা হ'লে ক'লা বিহা, মুগা মেখেলাৰে সজায়। সজাই থাকোতে গোৱা খেৰি এনেধৰণৰ :

১) ইকাৰৰে মৃৰামুৰি খাগৰিৰে পুলি
কোনে মেলায় কোনে বান্ধে কন্মিণীৰে চুলি॥

২) ৰাধাক সজাবলৈ আনাগৈ খনিকৰ
সজাকহি বিৰিষ্ট কৰি।
ৰাধাক নসজাৰি লাজো নাখাবি
লাগিব টকা আধলী॥

৩) মাকৰ দিনৰে মুগাকৈ মেখেলা
আজি লাহ বিলাহ কৰা।
হাতত হেঁচা মাৰি কাণত মিনা কৰা
মূৰত শিশুপালৰ বিহা॥

৪) জোকাৰি লওঁতে মোকল খাই পৰিলে
ঝিলমিল কাপোৰৰ দহি।
ঘৰে ঘন চিৰিকাই মৰে ধৰ ফৰাই
আইদেউৰ মহিমা শুনি॥

৫) চাৰিও পাশে বেঢ়ি আছে মাজত আছে অলি
হৰধনু ধৰি আছে, হৰি নিব বুলি॥

৬) থুপি থুপি নেমুটেঙা
হালি আছে দাল।
আমাৰ কন্যা সজায় থৈছে
দেখিবলৈ ভাল ॥

বৰ বিয়াৰ শেষত দৰা কন্যাই ভকতক সেৱা কৰি আশীৰ্ব্বাদ বিচাৰে। তাৰ পাছত ভকতসকল আগত গায়ন বায়ন, ঢুলীয়া, ডেকা গাভৰু পিছত দৰা কন্যা ঘৰৰ পৰা ওলাই যায়। গায়ন-বায়ন সকলে ৰাম ধনশ্ৰী বা তোৰৰ গীত গায়--

## ৰাম ধনশ্ৰী

**ধোৱা :—**

আগে গৈছে গন
ধ্যায় ৰঙৰ মন
হাতে পঞ্চম ধৰি
দেশত চৈ আৰত বজ্ৰমুৰাৰী

**জাত :—**

গোপ গণ গেৰি
কৰো খেৰি

**১) পদ :—**

কতোহো কৰাইবো ভোগ হৰি
তাহাৰ মধ্যত
আকাশতে প্ৰভু
দেখি হৰি হৃদয় সন্তোষ
} তাল ও ঠেলা

২) পদ :—

এহি বুলি গেলা কৃষ্ণক নেদেখি
চিণ্ডিয়া ৰহোক তথা
কৃষ্ণ হৈ চৰণত বেণু প্ৰসাদত
হৰি ৰামে কহে গুণ গায়
} তাল ও ঠেলা

কন্যা যোৱাৰ পাছত বুঢ়াসকলে কন্যা ঘৰত কন্যাদান কৰিছো বুলি কন্যাদানৰ সমাজ কৰে। এই সমাজখন শুচিৰ বাবে কৰে। দৰা-কন্যাক দৰা ঘৰৰ কলৰ গুৰিৰ ওচৰত দৰাঘৰীয়াই বাট ভেটে। তামোল এটা কন্যাঘৰৰ পৰা দিলে বাট এৰি দিয়ে। দৰাৰ ঘৰত কলৰ গুৰিত বাট ভেটোতে আইসকলে খেৰি গায় :

কিনো কলে পুলি কলি ঐ বলোৰাম
গাতে হালি জালি পৰে।
আমাৰ কলে পুলি চাবাগৈ বলোৰাম
হাতী বান্ধিবলৈ ৰয়ে।

দৰাৰ ঘৰত দৰা কন্যাক সাজ পাৰ সলনি কৰোতে খেৰি গায় এনেদৰে :

মাৰাৰ সাজে কাপোৰ থোৱা ঐ ৰুক্মিণী
বাপেৰৰ অলংকাৰ থোৱা।
ৰামে লৈ আহিছে সোণৰে অলংকাৰ
হাত যোৰ কৰি লোৱা ॥

এনেদৰে আইসকলে মৰাণ সমাজত খেৰি গাই বিয়াৰ গাম্ভীৰ্য্য বঢ়ায়। □

— x —

## ৪র্থ অধ্যায়

# মৰাণৰ বিহু উৎসৱ

অসমৰ আদিমবাসী প্ৰকৃতিৰ সন্তান আদিম অসমীয়া মৰাণসকলৰ অন্যান্য অসমীয়াৰ দৰে বিহুৱেই জাতীয় উৎসৱ। বিহু বুলি ক'লে মৰাণসকলে ৰঙালী বিহুকেই বুজে —কাৰণ মাঘবিহু আৰু কাতি-বিহু তেওঁলোকে পালন নকৰে। গোঁসাইসকলৰ নিৰ্দ্দেশমতে বহাগমাহৰ শুক্লা দশমীৰ দিনা মঙ্গলবাৰে উককা আৰু বুধবাৰৰ পৰা বিহু পালন কৰে। তেওঁলোকে বিষুৱ সংক্ৰান্তিৰ পৰা ৰঙালী বিহু নাপাতে —শুক্লা দশমী মঙ্গলবাৰ বিচাৰি হয়তো কেতিয়াবা বহাগৰ শেষৰ ফালৰ পৰাহে মঙ্গলে উককা, বুধে বিহু পালন কৰে। দুই এখন সত্ৰত এতিয়া গোঁসাইসকলে 'বেদৰ মতে' বিহু পালন কৰিবলৈ লৈছে— অৰ্থাৎ চ'তৰ সংক্ৰান্তিত বিহু পালন কৰিছে। কিন্তু প্ৰায়ভাগ সত্ৰতেই এতিয়াও শুক্লা দশমীৰ পৰা বিহু পালন কৰাৰ নিয়ম চলি আছে, কাৰণ 'শিল দুবুৰে মানে, লাও নোপঙে মানে' মৰাণৰ পৰম্পৰা ৰক্ষা কৰিবই লাগিব !

'হাচতি এ চ'ত, বিচতি এ চ'ত
বুধে, বৃহস্পতি, মঙ্গলে উককা
বিহু গৈ আছিলি ক'ত ?

মৰাণ সকলেনো কিয় অন্যান্য অসমীয়াৰ লগতে ৰঙালী বিহু পালন নকৰে ? বহুতে ক'ব খোজে, বাঘ মৰাণ বৰবৰুৱা হৈ ৰংপুৰত মৰাণ

ৰাজ্য প্ৰতিষ্ঠা কৰাত বিহুৰ দিনা হুচৰি গোৱাৰ বেশত আহি আহোম সেনাই ৰাঘ মৰাণক হত্যা কৰাৰ কাৰণেহে মৰাণসকলে চ'তৰ সংক্ৰান্তিত বিহু নপতা হ'ল। কিন্তু প্ৰকৃততে এই ধাৰণা অমূলক। আদিতে কেচাইখাতি গোসানীৰ পূজক মৰাণসকলে গোসানী পূজাৰ পৰম্পৰা মতে মঙ্গলবাৰে আৰু বুধবাৰে পবিত্ৰ বুলি বিহুও মঙ্গলবাৰে উৰুকা, বুধবাৰে বিহু পালন কৰে যদিও তেওঁলোকে কেতিয়াবাই গোসনী পূজা এৰিলে।

চ'তৰ মাহেকীয়া গোঁসাই-তিথিত গুৰুঘৰত বা গাওঁৰ নামঘৰত বিহুপতাৰ সম্পৰ্কে আলোচনা কৰে আৰু ৰাইজে দিনবাৰ ধাৰ্য্য কৰে। কৃষিজীৱি মৰাণ ৰাইজে বিহুৰ এমাহৰ আগৰে পৰা বিহু পালনৰ বাবে সাজু হয়। উৰুকাৰ আগদিনা অৰ্থাৎ সোমবাৰে মাটি খান্দি ৰাখে যাতে উৰুকাৰ দিনা ঘৰ মুচিবলৈ মাটি কাটিব নেলাগে। উৰুকাৰ দিনা গৰু গা ধুৱাবলৈ প্ৰয়োজনীয় চাট-মাৰি, টংলটি, মাখিয়তি, লাও, বেঙেনা, হালধী, ঠেকেৰা আদি সামগ্ৰী সংগ্ৰহ কৰে। ঘৰ পৰিষ্কাৰ কৰি নিশালৈ বাঁহৰ চাট মাৰি তৈয়াৰ কৰে। এই সময়ত বন্দুক, ফটকাৰ শব্দ শুনিবলৈ পোৱা যায়।

উৰুকাৰ কেইবাদিনৰ আগতেই গাওঁৰ ডেকালৰাই গছৰ তলত নিৰ্দিষ্ট ঠাইত বিহুঘৰ সাজি উলিয়ায়। বুধবাৰে গৰুবিহুৰ দিনা গোহালিতে গৰুৰ গা ধুৱায় আৰু ইঘৰে-সিঘৰে সমূহীয়াভাৱে মুকলি পথাৰত গৰু-গা ধুওৱাৰ পিচত বংশ (খেল)ৰ বাহিৰৰ পৰিয়ালৰ লগত চাট মাৰ বদলি কৰে। ঘৰলৈ গৈ মাখিয়তীৰে ঘৰ সাজে। গৰু গা ধুওৱাৰ পিছত কণী যুজায়। তাৰ পিচত আমৰলি বিচাৰে। আমৰলি আণ্ডাৰ লগতে এশ এটা বন শাক বিচাৰি পুৱাৰ সাজ ভাতৰ লগত খায়। লগতে বাকী থকা লাও, বেঙেনা, ঠেকেৰা আদিও ৰন্ধা হয়। ৰাতি বয়সস্থ লোকে ঢাল-কড়ি খেলে। দিনতে নাঙল-

যুৱলি ধুৱাই গধুলিলৈ ভৰালৰ আগত আগলি কলাপাতত পিঠা-গুৰি থৈ আগবঢ়োৱা হয়। সন্ধিয়া ভৰাল, গোহালী, নঙলাৰ মুখ, ঘৰৰ মুখত জাক দিয়া হয়। গৰুক বৰপিঠা খুওৱা হয়। মানুহৰ বিহু বৃহস্পতিবাৰে হয়। মৰাণ বিহু কিয় শুক্লা দশমীত বিহু পালন কৰে তাৰ বিষয়ে স্বভাৱ কবি শ্ৰীতিলেশ্বৰ মৰাণে বৰাডৰাক সত্ৰৰ পৰা এনেদৰে লিখিছে :

ৰাধা বাম পাশে আছে গোপীগন জন্মি আছে
উৎসৱ কৰে গোপ গন লগে।
গোপ-গোপী একেলগে হাৰ থাকে তাৰ লগে
নাচে সৱে নিজ মন ভাগে ॥
গৈয়া পাছে সৰ্ব্বজনে উৎসৱ কৰে কৃষ্ণ হনে
সেহি উৎসৱ বিহু বুলি কয়।
মহামায়া পূজা কৰি চৰণত সেৱা কৰি
সৰ্ব্বজনে উৎসৱ কৰয় ॥
যুৱক-যুৱতী গন বাল্য বৃদ্ধ সৰ্ব্বজন
ৰজা মন্ত্ৰী আদি কৰি লোকে।
শুক্লা যে দশমী পৰে সেহি দিনা পূজা কৰে
বাল্য বৃদ্ধ ৰাজা সব্বলোকে ॥
এক কথা আছে আৰ সৰ্ব্ব আগে প্ৰকাশ কৰো
বিস্তাৰিয়া কও যত জানি।
শ্ৰুতিতে কথিত আছে সৰ্ব্বশাস্ত্ৰে লিখা আছে
ধৰা দেৱী বিষ্ণুৰ ৰমনী ॥
বৰাহ আকাৰে জিনি শ্ৰীহৰি চিন্তামনি
পত্নীৰূপে অৱনী থাকয়।

বিষ্ণুৰ ঔৰষতে ধৰাদেৱী উদৰতে
মঙ্গলৰ জনম হোৱয় ॥
ধৰা দেৱী অংশ জাত সৌৰভী জনম তাত
সৌৰভীত গৰুড় জন্ম পায় ।
মহামায়া ধৰিত্ৰীক সৌৰভী মঙ্গলক
দশমীত পূজিয়া আছয় ॥
দিনত পূজি ধৰা দেৱী মঙ্গলক পূজা কৰি
ৰাত্ৰি কালে দেৱীক পূজয় ।
পৃথিৱীৰ পুত্ৰ বুলি সৰ্ব্বজনে মান্য কৰি
মঙ্গলবাৰে মাটি নাখানয় ॥
এহিমতে ৰূপ ধৰি যুগ ধৰ্ম্ম পালন কৰি
গোলোকত থাকে শোভা কৰি ।
তাৰ পাছে শ্ৰীহৰি চতুৰ্ভুজ ৰূপ ধৰি
বৈকুণ্ঠত থাকে বিহু কৰি ॥
এহিমতে কহে গুৰু ভকতৰ কল্পতৰু
পূৰ্ব্বে বাক্য যি মতে থাকয় ।
গুৰু বাক্য ধৰি মনে লিখিলো মূঢ় জনে
সপ্তভূজ চৰণে ধিয়ায় ॥

মৰাণৰ বিহুৰ লগত যে আদিতে কেচাইখাতি মহামায়াৰ পূজা বসন্তকালত মঙ্গলবাৰে আৰম্ভ হোৱাৰ লগত যোগসূত্ৰ আছে, তাৰ অনুৰণন এই গীতফাকিতে আছে। সত্ৰৰ মতে, বিহু তিনিদিনহে ; গাৱঁৰ বাইজে ৭। ১১। ১৩। ২১ দিন। ১ মাহ পৰ্য্যন্ত বিহু পালন কৰে। বৃহস্পতিবাৰে সকৰে ডাঙৰক সেৱা কৰা, বিহুৱান দিয়া, ঘৰত ভোজ-ভাত খোৱা আদি অসমীয়াৰ পৰম্পৰা চলি আছে। জেষ্ঠসকলক ঘৰৰ বোৱাৰীইতে তামোল - পানৰ টোপোলা দি সেৱা লয়।

ছোৱালীহঁতে নিৰ্দিষ্ট এঠাইত গোট খাই গছৰ তলত সেইদিনাই বিহু নমাব। গছতলৰ বিহুত ছোৱালীহঁতে বিহু নাম গাব, নাচিব, আৰু বিহু যে বহাগত আহে, আনন্দ দিয়ে এই আদৰণি নামেৰে ঘূৰি ঘূৰি গাব। এই বিহু তলিলৈ বিভিন্ন গাৱঁৰ ডেকাহঁতে আহি নাচ-বাগ চাই আনন্দ লভে। সাধাৰণতে গাৱঁৰ লৰাই নিজৰ গাওঁত ছোৱালীৰ বিহু তলিলৈ আহি বিহু নামাৰে। অন্য গাওঁলৈ গৈ ছোৱালীৰ বিহুতলিত অংশ গ্ৰহণ কৰিব। ছোৱালীহঁতে ডেকাসকলক টকা আগবঢ়াই দিব (টকা বাহৰ এবিধ বাদ্যহে); সেই টকা লৈ লৰাই বিহুনাম গাব, ছোৱালীহঁতে নাচিব। এনেকৈয়ে আৰম্ভ হয় মৰাণৰ বিহু। এতিয়াও অকৃত্ৰিমভাৱেই চলি আছে এই গছতলৰ বিহু—যাক লগবিহু বুলিও কয়।

শুকুৰবাৰে জী-জোৱাই আহে ঘৰলৈ, ভাৰে-ভেটিয়ে। চুবুৰীয়াই ইজনে সিজনৰ ঘৰলৈ বিহু খাবলৈ যায়। গুৰুসেৱা কৰা শুকুৰবাৰেই হয়। শনিবাৰে গুৰুঘৰত বিহু-তিথি উদ্‌যাপন কৰে। জী-জোৱাই ঘূৰি যায়। দেওবাৰলৈকে বিহু মৰা চলি থাকে। সোমবাৰে গুৰুঘৰত বা গাৱঁৰ নামঘৰত বিহু উৰুৱা উৎসৱ পাতে। বিহু উৰুৱা তিথি গুৰুঘৰ আৰু নামঘৰত উদ্‌যাপন হয়। বিহু উৰুৱাবলৈ যাওঁতে হুচৰিদলক মানুহৰ ঘৰৰ সন্মুখত খোম, শৰাই, তামোল-পানেৰে আদৰে। গৃহস্থক হুচৰিদলে আশীৰ্ব্বাদ দিয়ে। বিহু উৰুৱাৰ দিনা হাতীৰে বিহু চোৱা মৰাণসকলৰ পৰম্পৰাগত নিয়ম।

মৰাণসমাজত আজিও ৰাতি বিহুৰ পৰম্পৰা চলি আছে। ৰাতি বিহু গাবৰ বাবে গাৱঁৰ ডেকালৰাই তামোল-পানৰ শৰাই লৈ অভিভাৱকসকলৰ পৰা বিহু মাৰিবলৈ ছোৱালী খোজে। অভিভাৱকে তেতিয়া "পাখী লগা উৰণীয়া চৰাই, নিৰ্বিঘ্নে ধৰি ৰাখিব পাৰিবি জানো" —এই বুলি ডেকাসকলক প্ৰশ্ন কৰে। "হয় পাৰিম" বুলি ডেকাসকলে

জনালে গাভৰুৰ ৰাতি বিহু মাৰিবলৈ অনুমতি দিয়ে। ৰাতিবিহুৰ পিচত ঘৰে ঘৰে ছোৱালীবোৰ থৈ অহাটো ডেকাসকলৰ নৈতিক কৰ্ত্তব্য। বিহুঘৰৰ মাজত এদাল বাহেৰে দুভাগ কৰি এভাগত লৰাই আৰু আনভাগত ছোৱালীয়ে হুচৰি গায়। ছোৱালীবোৰে প্ৰথমে হুচৰিৰে আৰম্ভ কৰি বিহু নাচেৰে শেষ কৰে। লৰাবোৰেই নিজৰ ভাগে হুচৰি গায়। শেষত লৰাই ছোৱালীক বিহু নাম গাই নচুৱায়। এখন গাৱঁৰ মাজতে ৰাতিবিহু সাধাৰণতে সীমাবদ্ধ নহয়। আঞ্চলিক ভিত্তিত কেইবাখনো ওচৰৰ গাওঁ মিলি ৰাতি বিহু পাতে। গধুলি হোৱাৰ লগে লগে আন্ধাৰ ভাঙি ভাঙি জোৰৰ পোহৰত চুবুৰীৰ পৰা, গাৱঁৰ পৰা ডেকা-গাভৰুৰ দলে ঢোলে-পেপাই আলোড়ন তুলি ৰাতি-বিহুত অংশ গ্ৰহণ কৰিবলৈ আহে। ৰাতি বিহুৰ সুযোগ লৈ কিন্তু কোনো ছোৱালীয়েই পলাই যোৱা নাই আৰু ডেকাসকলৰ অভিভাৱকৰ ওচৰত কৰা প্ৰতিশ্ৰুতিও ভঙ্গ হোৱা নাই। এইয়া মৰাণ সমাজৰ কটকটীয়া সামাজিক বন্ধনৰ সুফল।

বুঢ়া সকলৰ অনুমতি লৈ গাৱঁৰ যুৱক সকলে মুখ্য পুৰোহিতৰ ঘৰত আৰম্ভ কৰি ঘৰে ঘৰে হুচৰি গায়। কোনো কোনো বছৰত অঞ্চল বিশেষে গাৱঁত ধৰ্ম-হুচৰিও হয়। এই ধৰ্মহুচৰি মৰাণ সংস্কৃতিৰ এক বৈশিষ্টপূৰ্ণ উপাদান।

একান্ত ভকতিৰে গোৱা ধৰ্ম হুচৰিত এফাকি পদ গায় নৃত্য কৰে কেইজনমানে আৰু তাৰ চাৰিওফালে চক্ৰাকাৰে ঢোল-তাল বজাই নিৰ্দিষ্ট গতিৰে পদ-চালনা কৰি প্ৰায় এশজন মান লোকে হুচৰি গায়। ক্ৰমান্বয়ে গীত আৰু নৃত্যৰ গতি খৰ হয় আৰু পদফাকিও সামৰে। তাৰ পিছত ফুল-কোঁৱৰ, মনিকোঁৱৰৰ গীত গায়। এনে হুচৰি নবে দিনলৈকে চলে। ধৰ্মহুচৰি গাবলৈ চ'তৰ গোঁসাই তিথিতে অনুমতি লৈ গুৰুৰ ঘৰত জনাব লাগে। মূৰত বগা পাগুৰি,

বগা ধুতি পিন্ধি খালি গাৰে ধৰ্মহুচৰি গায়। ধৰ্ম হুচৰি গোৱা লোকে অতি পবিত্ৰভাৱে থাকিব লাগে।

ধৰ্মহুচৰি গাবৰ বাবে গুৰু ঘৰত উকুকা তিথি বা গাওঁৰ নামঘৰৰ উকুকা-তিথিত অনুমতি লোৱা যায়। ধৰ্মহুচৰিত বিহুগীত গোৱা নিষেধ। নিৰ্দিষ্ট নিয়মৰ মাজেৰে ধৰ্মহুচৰি গোৱা হয়। গৃহস্থৰ ঘৰত প্ৰৱেশ কৰিবলৈ হুচৰি দলে মনে মনে শব্দ নকৰাকৈ যায়। গৃহস্থই ঘৰৰ মুখত এটি চাকি বা লেম্প জ্বলাই থয়। ঘৰৰ দুৱাৰ বন্ধ থাকিব। ঘৰৰ কোনো মানুহ বাহিৰলৈ ওলোৱা নিষেধ। হুচৰিদলটোৱে পদুলিত এপাক মাৰিহে "গৃহস্থৰ কুশল —জয় ৰাম" বুলি ধ্বনি দি হুচৰি আৰম্ভ কৰে। এই হুচৰিদলক আগভেটা কৰাটো নিষেধ। অবিশ্বাস্য হলেও সত্য বুলি ৰাইজে কয় যে এনে অগা-ভেটা কৰিলে মানুহজনে বেয়া ফল পায়। অৱশ্যে শৰাই লৈ হুচৰিদলক খাটিলে পুনৰ আৰোগ্য লাভ কৰে। এই হুচৰিদলৰ পৰা বহুতে বৰ খুজিবলৈ আহে। সন্তান-সন্ততি বিচাৰিলেও ভাব ভেটিলৈ বৰ খোজা নীতি বৰ্ত্তমানেও প্ৰচলিত। এনে বৰৰ দ্বাৰা উপকৃত হোৱাৰ প্ৰমাণ পোৱা যায়। □

— x —

# ৫ম অধ্যায়

# মৰাণ সকলৰ ধৰ্ম্ম

মৰাণসকল আদিতে শদিয়াৰ কেচাইখাইটী শালৰ অনুৰক্ত হৈ শাক্ত হৈ আছিল। কিছুমানে টেঙাপানীৰ ফালে আহি বলীয়া বাবাৰ ভক্ত হৈছিল। তদুপৰি শদিয়াৰ বুঢ়া-বুঢ়ী থানতো মৰাণসকলে পূজা পাতল কৰিছিল। এনে এক শাক্ত জনগোষ্ঠীয়ে বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰি শাক্ত ধৰ্মৰ ৰীতি-নীতি, পূজা-পৰম্পৰা সম্পূৰ্ণৰূপে পৰিত্যাগ কৰাটো এক তাৎপৰ্য্যপূৰ্ণ ঘটনা। এই ধৰ্ম পৰিবৰ্ত্তনৰ মূলতে কালসংহতিৰ অন্তৰ্গত শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ দ্বাৰা প্ৰৱৰ্ত্তিত মায়ামৰা বৈষ্ণৱধৰ্মৰ সৰল আৰু আকৰ্ষণীয় ৰীতি-নীতি আৰু অষ্টভুজ গোঁসাইৰ ঐকান্তিক প্ৰচেষ্টা বুলি কব পাৰি। জাতি-বৰ্ণ নিৰ্বিশেষে সকলো লোককেই উদাৰভাৱে মায়ামৰা বৈষ্ণৱ-ধৰ্ম গ্ৰহণ কৰাৰ সুবিধা দিয়া কাৰণেই তেতিয়াৰ জন-জাতীয় গোষ্ঠী মৰাণসকল এই ধৰ্মত দীক্ষিত হ'ল। মৰাণসকলে প্ৰায় ৩৫০ বছৰৰ আগতে বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰে বুলি মৰাণৰ বিজ্ঞলোকে[১] কয়। প্ৰকৃততে চতুৰ্ভুজ গোঁসাইৰ দিনৰে পৰা মৰাণসকলে মায়ামৰা বৈষ্ণৱ-ধৰ্ম গ্ৰহণ কৰে। এই বিষয়ে জনশ্ৰুতি আৰু অতি-কথা

১ মোহন শইকীয়া "মৰাণ সংস্কৃতিৰ ৰূপৰেখা" সৌমাৰগিৰি, তিনিচুকীয়া, পৃ: ৫৬

মৰাণসমাজত বিদ্যমান। এই জনশ্রুতিবোৰৰ ওপৰতে ভিত্তি কৰি মৰাণসমাজৰ ধৰ্মীয় ৰূপ প্ৰকাশ কৰিব পাৰি। এনে এক জনশ্ৰুতি হ'ল যে যোৰহাটৰ মালৌপথাৰত মায়ামৰা গোঁসাই অষ্টভূজৰ দিনত নতুনকৈ শৰণ লোৱা মৰাণ শিষ্যসকলৰ বিশেষ অনুৰোধত অষ্টভূজ গোঁসায়ে এই অঞ্চলত প্ৰৱেশ কৰোতে তেখেতৰ পদধূলা পৰে বাৰেকুৰি অঞ্চলত পোনপ্ৰথমে। কোনো কোনোৱে[১] কয় খোজে যে ১৬৯২ শকত শ্ৰীশ্ৰীঅষ্টভূজ গোঁসায়ে ৰাজৰোষত পৰি খুটীয়া পোটা বৰডেকাৰ ন-পামৰ পৰা নিৰুদ্দেশ হৈ উজাই আহি ডিব্ৰুনদীৰ পাৰত বাৰেকুৰি অঞ্চল পাই চাৰি নৈৰ দ্বাৰা বেষ্টিত এই অঞ্চলত সাকয়া মাটিত খেতি কৰি থকা বাৰজন মুখ্য বিষয়াক প্ৰথমে শৰণ আদি দিয়ে আৰু কিছুদিনৰ পাচত অষ্টভূজ উজাই যায়। যাবৰ সময়ত শৰণীয়া বাৰজন ভকতক এই বাক্য কৰি থৈ গ'ল, "ন কলবাৰী পাতিলো, ভল চিকুনাবলৈ নেপালো"। ভকতলৈ বাক্য কৰিলে, এই আদৰৰ ভেঁটি আৰু এটি গৰু খোজৰ মাটি কেতিয়াও স্খলন নহ'ব। আঠৌটা দঁতাল হাতীয়ে পূৰ দিব। আঠে আঠকালে কাতি হৈ পৰিব। সন্ত-মহন্ত সকলোৱে এই পুণ্য ভূমিৰ মাটি কামুৰিব। আৰু এই বাক্য অলৰ থাকিব, যেতিয়ালৈকে এই বাৰকুৰিত জেঠীয়ে নেকান্দিব, হাতীয়ে পোৱালী নিদিব, ধোৱাঁ কাউৰীয়ে ডিব্ৰু পাৰ নহব।" শৰণীয়া মুৰব্বীজনক কৈ যায়, "মোৰ শেহতীয়া মুমলীয়া ভদীয়া পোনাহতে দোষ কৰিব, মই যে খেমিমেই, তুমিও খেমিবা—বুলি পাবলি কাঠৰ বৰখুটাৰ ৰৰ নামঘৰ সজাই বাৰেকুৰি থল গঢ়ি থৈ গ'ল। তেতিয়াৰ ফুলকটা বৰপাবলি খুটা আজিও বৰগাঁৱৰ নামঘৰত আছে। বাৰেকুৰি থলত আজিও জেঠীয়ে নেকান্দে, হাতীয়ে পোৱালী নিদিয়ে। এবাৰ এৰৰ

১ ফনীন্দ্ৰ নাথ চুতীয়া "বাৰে কুৰিৰ বেঙৰি" ভিনিচুকীয়া, পৃঃ ১, ২

মাহুঁহে হাতী পোৱালী দিয়াৰ বন্দৱস্ত কৰাত হাতীজনীয়েই মৰি থাকে।

কথিত আছে, অষ্টভূজ গোঁসায়ে বাৰেকুৰি থল স্থাপন কৰিবলৈ আহোঁতে যজ্ঞখোৱা নামৰ দুখন যজ্ঞথলি আছিল, কেচাইখাইটী গোঁসানীৰ নামত। অষ্টভূজে প্ৰথমে নাৱেঁৰে আহি এই অঞ্চলত সোমোৱাত কেইবাজনো লোকে নাওঁখন আক্ৰমণ কৰিছিল। যজ্ঞশাল দুখন নাইকীয়া হোৱাৰ ভয়তে কেচাইখাইটী গোঁসানীৰ পূজক সেইসময়ৰ মৰাণসকলৰ একাংশই অষ্টভূজৰ মহিমা নুবুজাকৈ তেওঁৰ নাওঁ আক্ৰমণ কৰিছিল। কিন্তু অষ্টভূজ আছিল স্থিত প্ৰজ্ঞ আৰু বাকসিদ্ধ মহাপুৰুষ। গতিকে তেওঁৰ প্ৰভাৱতেই মৰাণসকলে কেচাইখাইটী পূজা এৰিলে আৰু সকলো মৰাণ লোক বৈষ্ণৱ হ'ল।

উজাই গৈ উজনিৰ মৰাণদেশত অষ্টভূজে মৰাণসকলক শৰণ দিলে। অষ্টভূজ গোঁসায়ে মৰাণ দেশলৈ অহা-যোৱাৰ কষ্ট কিমান তাক বুজি আৰু ভৱিষ্যতে যে যোৰহাটৰ সত্ৰই এই অঞ্চলত ধৰ্মপ্ৰচাৰ কৰাত অসুবিধা হ'ব —এই কথা বুজিলে। মৰাণ জনশ্ৰুতি মতে ঘূৰি গৈ অষ্টভূজে মৰাণ দেশত ধৰ্মাধিকাৰী এজন কেনেদৰে প্ৰতিষ্ঠা কৰিব পাৰি তাকে চিন্তা কৰি থাকোঁতে আঘোন মাহত নতুন ধান-নতুন চাউল সোধাবলৈ যোৱা চাৰিবুঢ়াই অকুমাৰী মৰাণ ছোৱালীবে সৈতে গৈ সত্ৰ পালেগৈ। ইতিমধ্যে অষ্টভূজৰ পাঁচটি পুত্ৰ সন্তান আছিলেই। মৰাণ ছোৱালা-গৰাকীক চাৰিবুঢ়াই লৈ গৈছিল তেওঁলোকৰ চাউল সিজাই দিবলৈ —কাৰণ বুঢ়া সকলে অন্যৰ হাতৰে খাব নাপায় আৰু অকুমাৰী ছোৱালীয়ে ৰান্ধিলেহে খাব পায়। মৃদঙ্গ মৰাণৰ কন্যা দৈবকী (ডাবুকী) সেয়েহে চাৰি বুঢ়াৰ লগত গৈছিল। কিন্তু আহিবৰ সময়ত দৈবকীৰ শান্তি হ'ল আৰু গোঁসাইৰ নিৰ্দেশত দৈবকীক যোৰহাটৰ সত্ৰতে চাৰিবুঢ়াই এৰি থৈ আহিলে —অৱশ্যে ইতিমধ্যে

সত্ৰাধিকাৰ অষ্টভূজে ভৱিষ্যতৰ ইঙ্গিত চাৰিবুঢ়াক দিলেই। এবছৰৰ পিছত ঘুৰি আঘোনত চাৰিবুঢ়া যাওঁতে তেওঁলোকে ছোৱালীজনী লৈ আনে। ইতিমধ্যেই ছোৱালীজনীক অষ্টভূজে মনে মনে ভাৰ্যা কৰি ললেই আৰু দৈৱকী গৰ্ভৱতী হ'ল। প্ৰথম ভাৰ্য্যাৰ ভয়তে দৈৱকীক অষ্টভূজে মনে মনে ভাৰ্যা কৰি ৰাখিলে। চাৰিবুঢ়াক ইঙ্গিততে হেবাং-কেবাং চবাই কেনে আছে খবৰ দি থাকিবলৈ আজ্ঞা কৰিলে। মৰাণ দেশলৈ দৈৱকী ঘূৰি গ'ল আৰু মোমায়েক নাৰায়ণৰ ঘৰতে থাকিল কাৰণ ইতিমধ্যে দাইনীগঞা খেলৰ মৃদঙ্গ মৰাণৰ মৃত্যু হোৱাত দৈৱকী মাউৰী হ'ল। অষ্টভূজ গোঁসায়ে দৈৱকীৰ খবৰ লৈ আছিল। মৰাণ জনশ্ৰুতিমতে মৰাণ দেশতেই নাৰায়ণৰ ঘৰত জন্ম হ'ল অষ্টভূজৰ ঔৰসত দৈৱকীনন্দন কাচিনলীয়া ভৱানন্দ। সৰুতে ক্ষীণ হোৱাৰ বাবে তেওঁৰ নাম ৰাখিছিল কাচিনলীয়া বা নালীয়া। পিচৰ বাৰ চাৰিবুঢ়া মৰাণ দেশৰ পৰা সত্ৰলৈ যাওঁতে তেওঁলোকে অষ্টভূজক খবৰ দিলে —'হেবাং-কেবাং' চবাইজনীৰ পোৱালী হ'ল। চাৰিবুঢ়াক অষ্টভূজে আজ্ঞা কৰিলে, লৰাটিক ধৰ্মৰ বিষয়ে জ্ঞান দিবলৈ, ভক্তি শিকাবলৈ। ভক্তি বুজি পোৱা হ'লত লৰাটিক সৰুকলি-বৰকলি নামৰ দুখন নতুন নাওঁত যোৰহাটৰ সত্ৰলৈ পঠিয়ালে। ইতিমধ্যে 'হেবাং-কেবাং' চবাইৰ পোৱালী চাবলৈ প্ৰথম ভাৰ্য্যা আই গোঁসানীৰ তৎ নাইকীয়া হ'ল। গোঁসায়েও সৰুকলি-বৰকলি নাওঁ আহি পাব বুলি সত্ৰলৈ ঘাটৰ পৰা নতুন ৰাস্তা বনালে। মৰাণৰ আঠকুৰি (অৰ্থাৎ আঠজন) ভকতে অষ্টভূজ গুৰুত শৰণ দিয়াবলৈ গায়নে-বায়নে সৰুকলি-বৰকলি নাওঁত নি ভৱানন্দক যোৰহাটৰ মালৌ পথাৰৰ সত্ৰ পোৱালেহি। নতুন ৰাস্তাইদি গৈ সত্ৰত উঠি অষ্টভূজক প্ৰণিপাত কৰিলে। কথিত আছে, গোঁসানীয়ে লৰাটিক কলৰ দোং এটাত ভাত দিয়াত অষ্টভূজে ভাত নেখাই উঠি আহে। ভাতো দিছিল নেওঁৰাৰ

তলত। পিছত গোঁসানীয়ে অষ্টভূজৰ দায় ভাঙি নতুনকৈ ভাত দিলে আৰু অষ্টভূজে মুমলীয়া পো কাচিনলীয়াক কোলাত লৈ ভাত খুৱাই দিলে। গোঁসানীয়ে 'মৰাণৰ লৰাটোহে বেছি হ'ল' বুলি উচাট মাৰি গুলাই গ'ল। ভাতপানী খোৱাৰ পিচত শিষ্যৰ কাজৰ পৰা আঠকুৰি ভকতে অষ্টভূজ গোঁসাইক প্ৰশ্ন কৰিলে এনেদৰে, "জীৱধন, জন্তুৰ ভিতৰত হাতী আটাইতকৈ ডাঙৰ আৰু বলী। তাৰ জীৱটো ক'ত থাকে? কিমান বা ডাঙৰ?"

গুৰুৱে ক'লে, "ইয়াৰ কলিজা আমঠুৰ লগতে থাকে। জীৱটো ধুলিটুপা চৰাইটিৰ সমান।"

কাচিনলীয়াই সুধিলে, "জীৱধন, হাতীৰ জীৱটি ধুলিটুপা চৰাইটোৰ সমান হ'লে তাৰ জীৱটি কিমান সৰু হ'ব?"

গুৰুৱে এই প্ৰশ্নত আচৰিত হ'ল। কেউজন ভকতে একেমুখে কাচিনলীয়াৰ গুণ বখানিলে।

ভকতসকলে প্ৰকাৰান্তৰে কাচীনলীয়াৰ জন্ম-কাহিনীৰ ইঙ্গিত দিলে:— দাইনী গঙ্গা বুঢা মৃদঙ্গ নিৰঞ্জনৰ জীয়েক দৈৱকী (ডাবুকী বা দুবৰি); কেনেদৰে অষ্টভূজৰ লগত মিলন হৈছিল। তেওঁৰ দিহামতেই ভিনিহিয়েক নাৰায়ণৰ ঘৰত দৈৱকীক থাকবলৈ দিয়া হৈছিল। তাতেই লৰাটিৰ জন্ম হৈছিল। তাতেই ডাঙৰ-দীঘল হৈ প্ৰথমে গুৰুৰ শৰণ লৈ এতিয়া ভজনৰ দীক্ষা লবলৈ আহিছে। এই স্মৃতিচাৰণে অষ্টভূজক কাচিনলীয়াক মৰাণৰ অধিকাৰ কৰাৰ মনোবল ও প্ৰেৰণা দিলে। ভৱিষ্যত-দ্ৰষ্টা অষ্টভূজে কাচিনলীয়াক ভজন দি আশীৰ্ব্বাদ কৰি আঠকুৰি ভকতক ক'লে, "এইজন ডেকাকে তোমালোক মনিয়াল, কমনিয়াল, আচৰণীয়াল আৰু বিচক্ষণীয়াল ভকত ডাঙৰীয়া হৈ কৃষ্ণভূজ নাম প্ৰকাশ কৰি ইটো জীৱ আৰু ন-চাউল, ন-শাক কঠা শোধাই চলিবলৈ নিয়ম কৰিবা। তোমালোকে

কাচিনলীয়া গোঁসাই পাতি নিয়ম-নীতি আচৰিবা। কৰ্মকাণ্ডাৰী হৈ চাৰিও শিষ্যক উপদেশ দিবা। আমাৰ বাইক স্মৰণ কৰি চাৰিওহাতৰ তলুৱাত কাচিনলীয়াক বহুৱাই নি ধৰ্মাসনত বহুৱাবা। কৰ্মত মনিয়াল কছাৰী বুঢ়াই সেৱা ধৰিবা। কমনিয়াল আহোম বুঢ়াই পুৰোহিত হৈ বোলমাত কৰিবা। আচৰণীয়াল খাটোৱাল বুঢ়াই যজ্ঞৰ চৰুৰ ৰান্ধনি হৈ চাউল মাৰিবা। বিচক্ষণীয়াল মুদৈ বুঢ়াই নাম মন্দিৰত সেৱা ধৰিবা। দাইনী গঞা বুঢাই পাঠেকী হৈ ভাগবত পাঠ কৰিবা। এইদৰে তোমালোকে ভাগৰ কাম ভাগে কৰি উজনী মৰাণ ৰাজ্যত সভাসত্ৰ পাতি ধৰ্ম কাৰ্য্য চলোৱাগৈ।" এনেদৰে চাৰিবুঢ়াক ধৰ্মকাৰ্যৰ ভাৰ দি বাৰজন ভকত সহ মৰাণৰাজ্যলৈ মুনলীয়া পুত্ৰ কাচিলনীয়াক পঠালে। এই জনশ্ৰুতি অৱশ্যে অন্যান্য মায়ামৰা সত্ৰ তথা সমাজৰ গ্ৰহণযোগ্য নহয় কাৰণ কাচিনলীয়াৰ অষ্টভূজৰ মুমলীয়া পুত্ৰ বুলি তেওঁলোকে গ্ৰহণ নকৰে। বুৰঞ্জীতো কাচিনলীয়াক অষ্টভূজৰ সন্তান বুলি কোৱা নাই। অৱশ্যে জনশ্ৰুতিক অবজ্ঞা কৰিব নোৱাৰি। তদুপৰি মৰাণ গোঁসাই সকলৰ "সম্প্ৰদা" নামৰ অতি গোপনীয় শাস্ত্ৰত কাচিনলীয়াক অষ্টভূজৰ সন্তান বুলি উল্লেখ কৰিছে।

কাচিনলীয়া ভবানন্দক লৈ উজাই আহি বগৰিতলি মুদৈগাওঁ পাই ৰাতিটো তাতে কটালে। পুৱা খাই-বৈ সকলো ওলাল, কিন্তু মুদৈগঞা বুঢ়া নোলাল। ইফালে মুদৈ গঞাই স্বপ্নাদিষ্ট হৈ গুৰুৰ আদেশত বগৰিতলতে শৰণ-ভজন দি থাকিল। অষ্টভূজে তেওঁক আমৰলি হাঁহৰ চাউল কঠাকে শ্ৰেষ্ঠ নৈবেদ্য হিচাপে দি থৈ গ'ল। গতিকে মৰাণজনিত বগৰিতলীয়া সত্ৰই অষ্টভূজৰ বাক্যতে আজিও চলি আছে। দাইনীগঞা খেলৰ স্থল গয়পানী ৰাজ্যৰ বাঁহবাৰী গাৱঁত ভকত সকলে কাচিনলীযা ভবানন্দক কৃষ্ণভূৰ্জ নাম প্ৰকাশ কৰি ধৰ্মাসনত বহুৱালে। আহোম, কছাৰী, খাটোৱাল আৰু মুদৈ বুঢ়া এই চাৰি

ডাণ্ডৰীয়াই ধৰ্মাসনত গুৰুক বহুৱাৰ কথা আছিল। কিন্তু মুদৈ গঞা বুঢ়া নহাত দাইনীগঞা বুঢ়া দামোদৰ দেৱেই বিচক্ষণীয়া ডাণ্ডৰীয়া বাব লৈ কৃষ্ণভূজক গোঁসাই পাতিলে। সত্ৰৰ নামদিলে মায়ামৰা বাঁহবাৰী সত্ৰ। এইয়া জনশ্ৰুতি অথবা উজনী মায়ামৰা সত্ৰৰ অলিখিত ইতিহাস।

কৃষ্ণভূজ গোঁসাইৰ বাঁহবাৰী সত্ৰ শত্ৰুৱে জুই লগাই ধ্বংস কৰে। ইং ১৭৭০ চনত ডিব্ৰুৰ ভটিয়াই টিপুক নৈৰ পাৰত মৰাণৰ ৰূপাই গঞা খেলৰ মাটিত মায়ামৰা টিফুক সত্ৰ পাতি তেওঁ অদৃশ্য হ'ল। তেওঁৰ পুত্ৰ পূৰ্ণ আৰু নবই বাঁহবাৰী সত্ৰত জুই লগোৱা সময়তে পলাই গৈ চিংফৌৰ বিচানং ৰজাৰ আশ্ৰয়ত আছিলগৈ। বিচানং ৰজাই নবক লৈ ৰূপাইলে আহি বিচাকুপিত শিবিৰ পাতি থাকি নবক টিপুক সত্ৰত গোঁসাই পতা কাৰ্যত ভকতক সহায় কৰিলে। গোঁসাই হৈ নবই শ্ৰীশ্ৰীন-ভূজ নাম প্ৰকাশ কৰিলে। শংকৰভূজৰ দিনত গুৰুৰ বংশধৰ হোৱাত অষ্টভূজৰ আজ্ঞামতেই কছাৰী বুঢ়াক স্থায়ীৰূপে পকাসাজৰ (যজ্ঞৰ) চৰু আৰু শৰণত পাণ ধৰিবলৈ দিলে। আহোম বুঢ়াক শৰণত আৰু গুৰুঘৰৰ ধৰ্মৰ কৰ্মত পুৰোহিতৰ ভাৰ দিলে। খাটোৱাল বুঢ়াক শৰণত পাঠেকী ভাৰ দিলে। গুৰুৰ বৰনামঘৰত বাৰজন ভকতৰে এজনক-মূখ্য বৰবুঢ়া (মুখ্য পুৰোহিত) ৰ ভাৰ দিলে। গুৰু (বাপেক) আৰু কছাৰী বুঢ়া (মাক) দুয়ো মিলি শুদ্ধ ধৰ্মাচৰণ কৰি জীৱক পালিবা —অষ্টভূজৰ এয়েই বাক্য হৈছিল। আজিও ন খন খোলা, তিনিবুঢ়া, চাৰি পৰিষদ আৰু বাৰ গাওঁ বুঢ়াক হাতত লৈ অষ্টভূজৰ বাক্যধৰ্ম পালি আছে।

বুঢ়া অষ্টভূজে বাৰজনা ভকতক আৰু চাৰিবুঢ়াক কৈছিল— "বাপুসৱে সকলো দিহা দি ধৰ্ম কামবোৰ কৰিবা। গুৰুৰ যেনে বাক্য ভকতৰ তেনে কাম। ডিব্ৰু ডাঙৰীনদীৰ থল, কাচিনজীয়া

বোপাৰ নেঙেনাবাৰী কঠিয়াতলি হ'ব। ভকত বাপুসৰে সেই আহতে সত্ৰ পাতিবাগৈ।"

অন্য এক অপ্ৰকাশিত বুৰঞ্জীমতে অষ্টভুজদেৱে মৰাণ ভকত সকলক কৈছিল, "খুটীয়াপোতা সত্ৰৰ ধৰ্ম্ম আৰু বংশ যোৰহাটত নেথাকিব। শাক্তধৰ্ম্মী ৰজাৰ অত্যাচাৰ বেছি হ'ব। সত্ৰ অৰাজক হ'ব। গতিকে তোমালোকে সুলক্ষণা কন্যা এটি আমালৈ দিয়া। সেই কন্যাৰ হস্তে এটি সুসন্তান হ'ব। কালক্ৰমে সেই লৰাটিয়েই বংশ আৰু ধৰ্ম ৰক্ষা কৰিব।"

গুৰুদেৱৰ বাক্য সত্য বুলি মনা মৰাণ ৰাজ্যৰ ভকতসকলে ভাবি চাই গুৰুৰ পৰামৰ্শত মান্তি হ'ল। দাইনী গঞা মৃদং নিৰঞ্জনৰ জীয়েক তুৰৰীক গুৰুদেৱলৈ দিবলৈ থিৰাং কৰি সেই কন্যাজনী গুৰুদেৱক ভক্তিভাৱে চমজাই দিলে। কালক্ৰমত মৰাণ জায়ৰী তুৰৰীৰ গৰ্ভত এটি সু-সন্তান জন্ম হ'ল। নাম থলে কাচিনলীয়া। কাচিনলীয়া দাইনীগঞা দামোদৰ ( নাৰায়ণ )ৰ ঘৰত ডাঙৰ দীঘল হয়।

নিৰাকাৰ নামে এজন বুঢ়াভকত আছিল। অষ্টভুজদেৱে সেই বুঢ়াজনক মৰাণ দেশলৈ কাচিনলীয়াক আনিবলৈ পঠাই ক'লে "কাৰো আগত প্ৰকাশ কৰি নকৰা, মাত্ৰ ক'বা যে হেবাং-কেবাং চৰাই পোৱালি বিচাৰি আহিছো, অষ্টভুজ গুৰুদেৱে পঠাইছে।" নিৰাকাৰ বুঢ়াই গুৰুৰ বাক্য শিৰত লৈ সোনকালে যাত্ৰা কৰিলে। নিৰাকাৰ ভালেমানদিন মৰাণ ৰাজ্যত ঘূৰি ফুৰিলে। দৈৱক্ৰমে অৱশেষত দাইনী-গঞা গাৱঁত ( বৰ্ত্তমান নকপৰা আৰু বদলাভেটা বাগিচা ) দামোদৰদেৱৰ ঘৰত আলহী হৈ ওলালগৈ। আলহী আৰু দামোদৰদেৱ বুঢ়াই কথা আলোচনা কৰোতে হেবাং-কেবাং চৰাই পোৱালি ওলাই পৰিল। তেতিয়া নিৰাকাৰ বুঢ়া, দামোদৰ আৰু কাচিনলীয়া—তিনিও কথাবতৰা পাতিলে। নিৰাকাৰ বুঢ়াই কাচিনলীয়াই যে অষ্টভুজ গুৰুৰ পুত্ৰ এই কথা জানি আনন্দিত হ'ল আৰু ঘূৰি আহি গুৰুকজনালেহি।

নিৰাকাৰ বুঢ়াৰ কথা সত্য নে অসত্য প্ৰমাণ লবৰ বাবে নেদেখি সদাশিৱ বুঢ়াক মৰাণ ৰাজ্যলৈ পঠালে। নেদেখি বুঢ়াই মৰাণ ৰাজ্যলৈ গৈ ঘূৰি আহি গুৰুদেৱক কথাটো সত্য বুলি কোৱাত পুনঃ গুৰুদেৱে লৰাটিক গোপনে আনিবলৈ নিৰাকাৰ বুঢ়াক পঠাই দিলে।

গুৰুৰ বাক্য লঙ্ঘন নকৰি নিৰাকাৰ বুঢ়া পুনৰ মৰাণ ৰাজ্যলৈ গ'ল। লৰাটিৰ লগত দামোদৰদেৱৰ ঘৰত দুই-চাৰিদিন থাকি কথা-বাৰ্ত্তা কৈ ভালেখিনি ভকত লৈ গোপনে কাচিনলীয়াক আনি গুৰুদেৱক সভকতিৰে গতাই দিলেহি। গুৰুদেৱে পুত্ৰক পাই অতি আনন্দ লাভ কৰিলে।

ইতিমধ্যে গুৰুদেৱে পুত্ৰক সকলো ধৰ্ম্ম-সম্পত্তি চমজাই দিলে। মূলৰাক্য দি, উপযুক্ত ভকত কেইজনমান দি ধৰ্ম্ম উজাই পঠালে। অষ্টভূজৰ কোঠাৰ ছঁ অৰা ডেকা, বাহিৰ ছঁ অৰা ডেকা আৰু বৰঘৈনীয়ে হৈ চৈ লগালে। গুৰুদেৱে কটাক্ষ নকৰিলে।

গুৰুদেৱে ক'লে, "উজান দেশলৈ উজাই যাবা, ঢেকীয়া বেতগাজ খাবা, এখিলা জেঙুপাত মূৰত ল'বা মহাধৰ্ম্ম পাবা।"

- কাচিনলীয়াৰ লগত উজাই পঠিওৱা ভকতসকল:—

১) কাচিনলীয়াই অধিকাৰ পদ পাব।
২) কছাৰী বুঢ়াই ধৰ্ম্ম শিক্ষা দিব — ডাঙৰীয়া হ'ব।
৩) আহোম বুঢ়াই " " " ।
৪) খাটোৱাল বুঢ়াই " " " ।
৫) মুদৈ বুঢ়াই " " " ।
৬) মেজেৰা সৰ্বানন্দই ৰাজপদ ল'ব।
৭) গোধা গোপীনাথে মন্ত্ৰীপদ ল'ব।
৮) সহকাৰী ২ জন পাইক খাটনিয়াৰ।

মুদৈবুঢ়া কিবা কাৰণত উজাই নগ'ল। চাবুৱা অঞ্চলৰ চেচাঁ নদীৰ দাঁতিত থাকি গ'ল। গুৰুৱে এই কথাত থং নকৰি মাত্ৰ ক'লে, "সেই ঠাইতে আমাৰ বাক্যক মোৰ বুলি ধৰ্ম্ম নীতি ধাৰ থাকাগৈ, গুৰুবাক্য নেৰিবা। এই জন্মত তোমালোকৰ নাম গুণ লুকাই থাকিব। পৰলোক হ'লে মৈদাম তীৰ্থক্ষেত্ৰ হ'ব। মুদৈবংশত কুন্দাবুঢ়াৰ বংশধৰে ধৰ্ম্মপদ লাভ কৰি ধৰ্ম্ম প্ৰচাৰ কৰিব।" এতিয়াও মুদৈগঞা ৰঙাচৰণ অন্যনাম কুন্দাবুঢ়াৰ থান ভকতসকলৰ সেৱাৰ থলি হৈ আছে।

বিঃ দ্ৰঃ — ৰঙাচৰণ আৰু কুন্দাবুঢ়া দামোদৰ দুজন ব্যক্তি।

ধৰ্ম্ম উজাই অনা গীত "মায়ামৰা টিপুক সত্ৰৰ ধৰ্ম্মৰ ইতিবৃত্ত" নামৰ পুথিত এনেদৰে আছে[১]

উজাই আহিলে নাও সাতখনি
ভকতে আনিলে বাই।
চৈৰ শ্ৰাৱণ বহি বুঢ়াসৱে
জীৱ পুথিখনি চাই॥
ছম ছম কৰি অমৃত বৰষিলে
যাওঁ কোন সতে এৰি।
বহি যাব মোৰ জীৱ অধিকাৰী
ভকতে লৈ যাব গোট॥ ইত্যাদি।

কৃষ্ণভূজদেৱে ভক্ত ভকতৰ লগত আহি দাইনী গড়ৰ অঞ্চলত থাকি সোণজান নদীৰ দাঁতিত সত্ৰ স্থাপন কৰে ১৬৯২ চনত। ইতিমধ্যে সৰ্ব্বানন্দ সিংহই মটক ৰাজ্য স্থাপন কৰিলে ১৭৮৮ চনত। সৰ্ব্বানন্দ ৰজাই হেনো ৰাজপদ এৰি গুৰুপদ গ্ৰহণ কৰিলে। পুত্ৰ মাটিবৰক ৰাজভাৰ দিলে। তেওঁ সৰ্ব্বভূজ নাম লৈ গুৰুপদ আচৰিলে। গুৰুপদ লৈ কৃষ্ণভূজক বধিবলৈ যত্ন কৰিলে। ৰজাই নিজৰ ঘৰলৈ কৃষ্ণভূজক মতাই বহিবলগীয়া ঠাইত গাঁত খান্দি ওপৰত গাঁতটো ঢাকি ঢৰা পাৰি থৈছিল। ইয়াৰ পাছত দূতৰ দ্বাৰা কৃষ্ণভূজক মাতি পঠালে। কৃষ্ণভূজদেৱে দূতৰ মুখে শুনি ৰজাৰ ঘৰলৈ গ'ল। ৰজাৰ গৃহিণীয়ে ৰজাৰ কুমন্ত্ৰনা গোসাঁইক আগবাঢ়ি গৈ ক'লে। কৃষ্ণভূজৰ প্ৰাণ বাচিল। সত্ৰলৈ উভটি গ'ল।

গুৰুদেৱ কৃষ্ণভূজে তিনিবুঢ়াৰ আগত আদ্যোপান্ত ক'লে, "ৰজাই আমাক বধিবলৈ ষড়যন্ত্ৰ কৰিছে। আমি ডুমচা গাৱঁৰ চিংফৌ ৰজাৰ সহায় বিচাৰি যাওঁ। আমাৰ ছুটি নাবালক ল'ৰা তোমালোকক গতালো। মোৰ দ্বিতীয় ভাৰ্য্যা ঘিমুৰী বুঢ়ী আৰু সত্ৰখন তোমালোকক গতালো। আমি ঘূৰি নাহিলে লৰা ছুটিক লৈ পুনৰ সত্ৰ স্থাপন কৰিবা।" এই বুলি কৃষ্ণভূজে পুত্ৰমুৰা হৈ উজাই যাত্ৰা কৰে।

১ ওপৰৰ টোকা এই কিতাপখনিৰ শেষত চাব পাৰে।

উজাই যাওঁতে বাটতে নগা নেওঁগৰ ঘৰত কেইদিমমান জিৰালে। সেই কেইদিন নেওঁগে কৃষ্ণভূজদেৱক বৰ শ্ৰদ্ধাভক্তিৰে আপ্যায়িত কৰি ৰাখিলে। কৃষ্ণভুজ নেওঁগৰ ভক্তিত তুষ্ট হৈ নেওঁগক সাতপুৰুষলৈ ।বময়-বাব খাবা বুলি বৰ দিলে। তাৰপৰা কৃষ্ণভূজে গৈ চিংফৌ ৰাজা পালে। ৰজাই তেওঁক দেখি আদৰ-সাদৰ কৰি ৰাখিলে। কৃষ্ণভূজে গৃহকন্দলৰ কথা ক'লে আৰু ৰজাৰ পৰা সৈন্য-সামন্ত বিচাৰিলে। কৃষ্ণভূজৰ কথামতে ৰজা বিচানং চিংফৌয়ে সৈন্যসামন্ত লৈ সৰ্ব্বানন্দ ৰজাৰ লগত ৰণ কৰিলে। সত্ৰ আৰু তেওঁৰ গাওঁ সমূহ পালে। সৰ্ব্বানন্দ সিংহই এই অঞ্চলৰ পৰা আঁতৰি গ'ল। কিন্তু কৃষ্ণভূজে মানৰ প্ৰথম আক্ৰমণলৈ ভয় কৰি পুনৰ অজ্ঞাত বাস কৰিলে। তেওঁ বৈকুণ্ঠগামী হয় ১৭৫৭ চনত। মানৰ আক্ৰমনৰ ভয়ত ঘিমুৰী বুঢ়ী মেগেলা গাওঁৰ এজন কছাৰী বুঢ়াৰ ঘৰত আশ্ৰয় ল'লেগৈ আৰু তিনি বুঢ়াও সদৰ পৰা আঁতৰি গ'ল। এনেদৰে ১২ বছৰ কাল টিপুক সত্ৰ অৰাজক হয়।

মানে মৰাণ ৰাজ্যৰ বহুলোক লৈ যায়। কৃষ্ণভূজৰ বৰপুত্ৰ আৰু প্ৰায় এশ ছৰ্কাৰ ভকতকো লৈ যায়। ইতিমধ্যে বৃটিছে অসম ল'লে আৰু শান্তি ঘূৰি আহিল। এই শান্তিময় সময়তে ভগা টিপুক সত্ৰ পুনৰ স্থাপন কৰাৰ প্ৰচেষ্টা চলিল। ভক্তসকলে আলোচনা কৰিলে। কৃষ্ণভূজদেৱৰ দ্বিতীয় পুত্ৰ কুঁজা ডেকা কুজু গামৰ ঘৰত অজ্ঞাত বাস কৰি আছিল। বঢ়াসকলে কুঁজা ডেকা (নৰভূজ)ক কুজুগামৰ ঘৰৰ পৰা মাতি অনালে। উক্ত বাৰ্ত্তাৰ পাই তেওঁৰ স্বাবধামতে আহি সোনকালে ভক্ত-বৃন্দৰ লগলৈ আহিল। ভকতসকলে টিপুক নদীৰ দাঁতিত (বৰ্ত্তমান ৰূপাই বাগিচাৰ সীমাত) ঘৰ সজাই দিলে।

ইয়াৰ পাছত ভকতসকলে গাওঁবুঢ়া পঠাই চাৰিওফালে খবৰ পঠালে যে টিপুক নদীৰ দাঁতিত টিপুক সত্ৰ পতা হ'ব। এই খবৰ পাই সকলোৱে ভাগে ভাগে নামঘৰ, মন্দিৰ ঘৰ, প্ৰসংগৰ ঘৰ, যজ্ঞঘৰ, বাটচ'ৰা চাৰিটা সজালে। গুৰুক আগ-পিচ কৰিবলৈ ভাগে ভাগে ভকত সজালে।

কুঁজা ডেকাত ভকতসকলে কছাৰী বুঢ়াই অধিকাৰ, আহোম বুঢ়াই পানধৰা, খাটোৱালে শাস্ত্ৰ থাপনা কৰাৰ ভাগ ল'লে।

শৰণ, ভজন কৰালে। দাইনী গঞাৰ দামোদৰ বুঢ়াই বৰ নামঘৰৰ পুৰোহিত হৈ কাম সমাধা কৰালে। বুঢ়াসকলৰ দিহামতে আৰু পূৰ্ব্ব পিতৃগুৰু কৃষ্ণভূজদেৱে কৈ যোৱা মতে কুঁজাডেকাক ধৰ্ম ভাৰ দিবলৈ সিদ্ধান্ত কৰে। যথাবিধি মতে কুঁজা ডেকাইও ধৰ্মভাৰ লবলৈ গাত ললে।

কুঁজাডেকাৰ নৰভূজ অধিকাৰ নাম প্ৰকাশ কৰিলে। পিছদিনা বৰ নামঘৰত গোটেই ৰাতি কীৰ্ত্তন কৰিলে। ভকতসকলৰ ভোজন বাধও কৰিলে।

নিশাভগাৰ সময়ত খাটনিয়াৰে শৰাই এখন সজালে। টকা ২১টা শৰাইত দিলে। কছাৰী বুঢ়াই সম্প্ৰদা জুৰাই কৃষ্ণভূজৰ আবহনে নৰভূজ নাম প্ৰকাশ কৰি সম্প্ৰদা খোৱালে।[২] সদৌ ভকতেও সেৱা কৰিলে। কুঁজা-ডেকাক বগা চাইন পৰা তিনিবুঢ়াই হাতত তুলি গাদীত বহুৱালে। সদৌ বাইজে জয়ধ্বনি কৰি কাম সমাধা কৰিলে। নামঘৰৰ কামো সমাধা হ'ল। গুৰুদেৱক বুলনি চৰাদি ভকতে গাই বাই গোপিনীয়ে মাত থোড়ি গাই সাদৰেৰে মন্দিৰলৈ আনি পঠুৱালে।

তাৰ পাছত ভকতসকলে সেৱা কৰি ধৰাধৰি যায়। ধৰ্ম্ম বহুওৱা কাৰ্য্য এইমানতে সমাপ্ত হয়। গুৰুদেৱে পাছত ভকতসকলক কল্যাণৰ নিমিত্তে বহু নীতি কৰে।

নৰভূজদেৱে ছকুৰি বছৰ ধৰ্ম্ম প্ৰৱৰ্ত্তন কৰি ইং ১৭৫৭ চনত গাদিত বহি ১৮৭৭ চনত বৈকুণ্ঠগামী হয়।

নৰভূজদেৱ অধিকাৰ হোৱাৰ আগতে মানৰ দিনত কৃষ্ণভূজদেৱৰ দ্বিতীয় গৃহিণী ঘিমুৰী বুঢ়ীয়ে মেগেলা গাৱঁৰ এজন বৰুৱা বুঢ়াৰ ঘৰত আশ্ৰয় লয়। বুঢ়া থকা সময়তে কছাৰী বুঢ়াজন ঢুকাল। বুঢ়াজনৰ এটি নাবালক পুত্ৰ আছিল। সেই লৰাটি বুঢ়ীৰ লগতে থাকিল।

এনেতে নৰভূজদেৱে টিপুক সত্ৰ স্থাপন কৰি অধিকাৰ হৈ থাকিল। তেঁওয়া সেই বুঢ়ীক গুৰুদেৱে মতাই আনিলে। বুঢ়ীয়েও মাউৰা লৰাটিক ভায়েক বুলি চপাই লবলৈ কোৱাত নৰভূজদেৱে বংশত চপাই ললে। ত্ৰিমুৰী বুঢ়ীৰ লগত ধৰ্ম্ম পুথিও দুখন মান আছিল। সেই পুথি নৰভূজক দিলে। এখন পুথি কছাৰী লৰাটিক দিলে।

২ পৰিশিষ্ট টোকা দ্ৰষ্টব্য।

লবাটিৰ নাম আছিল ৰূপন। নৰভূজদেৱে জীৱিত থকা কালত সৰাটি একেলগে কৰি মেলি আছিল। নৰভূজদেৱ বৈকুণ্ঠগামী হোৱাত শংকৰভূজ অধিকাৰ হয়। শংকৰভূজৰ জাপি লোৱা পৰিয়ালৰ লগত কিবা কাৰণত ঠোটামোজা লাগিল। সেই কথাতে ৰূপনে পূবমূৱা হৈ ৰঙাজান গাৱঁত নামঘৰ সাজি বাস কৰে। ৰঙাজানত ঘৰবাৰী কৰাৰ কাৰণে ৰঙাজনীয়া বোলে। ৰূপন ডাঙৰীয়াৰ দুজন পুত্ৰ হয়। সেই পুত্ৰ দুজনৰ পৰিয়াল এতিয়াও টিপুক সত্ৰ সমাজত চলি আছে।

শংকৰভূজ ১৮৭৭ চনত গাদীত বহি ১৮৯৭ চনৰ মাঘ মাহৰ শুক্লা পঞ্চমী তিথিত বৈকুণ্ঠ প্ৰয়াণ হয়। শংকৰভূজৰ তিৰোধানৰ পিচত টিপুক সত্ৰৰ ৪ৰ্থ অধিকাৰ হয় ভাতৃ অগ্নিভূজ (১৮৯৭ চন)। ৩ বছৰ ভোগদখল কৰাৰ পিচত ১৯০০ চনৰ পুহমাহৰ কৃষ্ণা ত্ৰয়োদশী তিথিত অগ্নিভূজ বৈকুণ্ঠগামী হয়। অগ্নিভূজদেৱৰ ক্ৰিয়া-কৰ্মৰ দিনাই টিপুক সত্ৰ খনিত খেলি মেলি লাগে। শংকৰভূজৰ অষ্টম পুত্ৰ নবীন চন্দ্ৰই ৰাতিৰ ভিতৰতে মন্দিৰ গৃহত শ্ৰীশ্ৰীভক্তভূজ নাম ব্যক্ত কৰি অধিকাৰ হয়। ইতিমধ্যে অগ্নিভূজদেৱৰ ভ্ৰাতৃ মালীচন্দ্ৰক অধিকাংশ শিষ্য-ভকতে টিপুকসত্ৰৰ অধিকাৰ নিৰ্বাচিত কৰি থৈছিল। গতিকে ক্ৰিয়াকৰ্মৰ সামৰণি অনুষ্ঠান কীৰ্ত্তন শেষ কৰি যথানিয়মে মালীচন্দ্ৰক শ্ৰীশ্ৰীঅজভূজ নাম প্ৰকাশ কৰি টিপুক সত্ৰৰ পঞ্চম সত্ৰাধিকাৰ পাতে। গতিকে অজভূজ আৰু ভক্তভূজৰ মাজত তথা তেওঁলোকৰ ভকত সমৰ্থক সকলৰ মাজত প্ৰচণ্ড মনোমালিন্য ঘটে আৰু শেষত কোৰ্ট-কাছাৰীত মোকৰ্দমা চলে।

কেচত জিকি শংকৰভূজে টিপুক সত্ৰৰ স্বত্ব লাভ কৰে। পিচত শংকৰভূজে নিজৰ দোষ বুজি পাই খুড়াক অজভূজক টিপুক সত্ৰতে থাকিবলৈ অনুৰোধ কৰে আৰু নিজে টিপুকসত্ৰৰ পৰা আঁতৰিলে। তাৎপৰ্য্যপূৰ্ণ কথা এয়ে যে ভক্তভূজ কেৱল টিপুকসত্ৰৰ অধিকাৰ হোৱা নাছিল : পৰম্পৰা আওকান কৰি নিজৰ ভকতৰ লগত আলোচনা কৰি ফটিকজানত গৈ ৰাজলক ৰমাপতি নাম দি পানধৰা কৰি ল'লে, পুৱাবৰক নিৰাময় নাম দি পুৰোহিত কৰি ল'লে, ফপুৱাক সহজানন্দ নাম দি সহকাৰী কৰি ল'লে, থোলোকক নাৰায়ণ নামদি শৰাইধৰা কৰি ল'লে আৰু বেতমলা, চিম, দেওবৰ, জোনাবৰ, বিষবীৰ, প্ৰথম, বংকা নামৰ

সান্তজনক শৰণ দিলে।[৩] এনেবোৰ কথাত আৰু কেচত হবাত অজভূজৰ মন ভাগি গৈছিল আৰু শংকৰভূজৰ প্ৰতি ক্ৰোধ-অভিশাপ সদায়েই মনত ৰাখিছিল। বোধকৰো সেই কাৰণেই শংকৰভূজৰ সম্পূর্ণ শক্তি অধিকাৰ হিচাবে নাছিল বুলি ভবা হয়।[৪]

ভক্তভূজ অধিকাৰে তেজি অঞ্চলত ১৯০৫ চনত সত্ৰ পাতিলে। পিছত ১৯২২ চনত ডিবাক নৈৰ পাৰত সত্ৰ পাতে। তাতে ১৯২৭ চনৰ ভাদ মাহৰ কৃষ্ণা দ্বিতীয়া তিথিত বৈকুণ্ঠগামী হয়। সম্প্ৰদা ঘোষাত ভক্তভূজে নখন শৰাইৰ ঠাইত তিনিখন, ৯খন ভাৱৰ পৰিবৰ্ত্তে সাতখন আৰু ন বাৰ নাম উচ্চাৰণৰ ঠাইত তিনিবাৰ কৰিলে বুলি উল্লেখ আছে। ভক্তভূজে পৰম্পৰা আওকান কৰি খুড়াক অজভূজৰ পৰিবৰ্ত্তে নিজে অধিকাৰ হৈ টিপুক সত্ৰৰ বিভাজন ঘটালে। কিন্তু ১৯২৭ চনত তাৰাৰ মৃত্যুত ভাতৃ পূৰ্বানন্দক শ্ৰীপদ্মমূৰ্ত্তি নাম দি সত্ৰৰ অধিকাৰ ৰূপে প্ৰতিষ্ঠা কৰি অজভূজে ভুল সংশোধন কৰে কাৰণ তাৰাৰ ইচ্ছাতেই ভ্ৰাতৃ পূৰ্বানন্দ অধিকাৰ হয়। ভক্তভূজৰ পৰা হোৱা সত্ৰসমূহৰ অধিকাৰ সকলৰ নামৰ শেষত "ভূজৰ" পৰিবৰ্ত্তে "মূৰ্ত্তি যোগ কৰা হয়। পদ্মমূৰ্ত্তিদেৱে ডিবাক সত্ৰৰ অধিকাৰ হোৱাৰ এমাহৰ ভিতৰতে ডিবাক সত্ৰৰ ভক্তভূজ গোসাঁইৰ মহাভক্ত পদধাৰী চন্দ্ৰকান্তই ভক্তভূজে প্ৰথমে পতা মোলানী সত্ৰৰ কাষৰ উৱনত অধিকাৰ হৈ সত্ৰ পাতে।

টিপুক সত্ৰ এৰি অজভূজদেৱে ডিব্ৰু নদীৰ কাষত দৈমুখীয়াত সত্ৰ পাতেগৈ। ১৯১৬ চনৰ ফাগুন মাহৰ ৯ তাৰিখে শুক্লা ষষ্ঠী তিথিত বৈকুণ্ঠ গমন কৰে। তাৰাৰ পিছত তেৰ মাৰ্চ তাৰিখে জ্যেষ্ঠ পুত্ৰ শ্ৰীচন্দ্ৰভূজ অধিকাৰ হয়। তাতেই ১৯৩১ চনৰ ১৭ নবেম্বৰ তাৰিখে চন্দ্ৰভূজ বৈকুণ্ঠগামী হয়। তাৰাৰ পিছত ভায়েক শ্ৰীসূৰ্য্যভূজ অধিকাৰ হয় আৰু সত্ৰখন শিমুলগুৰিলৈ উঠাই নি ব্ৰজপুৰ সত্ৰ নাম দিয়ে। তাৰ পিচত ঔগুৰি মামৰণিলৈ সত্ৰ উঠাই দিয়ে আৰু পূণ্যভূমি সত্ৰ নাম দিয়ে। এই সত্ৰতেই ১৯৫৭ চনৰ ৯ এপ্ৰিল তাৰিখে তেখেত বৈকুণ্ঠগামী হয় আৰু ভায়েক ব্ৰহ্মভূজে অধিকাৰ পদ লৈ সত্ৰ উঠাই নি টেকেলি কুলাজানত সত্ৰ পাতে। নাম ৰাখে "শ্ৰীশ্ৰীকৈলাশপুৰ সত্ৰ।"

---

৩ ওপৰৰ্হ্বিত চাব পাৰে।

৪ এই বিষয়ত সম্প্ৰদা ঘোষা চাব পাৰে। ওপৰহ্বিত চাব পাৰে।

এই সত্ৰতে ব্ৰহ্মভূজদেৱে ১৯৭৪ চনৰ ডিচেম্বৰ মাহৰ ৩ তাৰিখে পৰলোক গমন কৰে। ১০ বছৰ কাল অধিকাৰৰ আসন শূণ্য হৈ থাকে আৰু ১৯৭৫ চনত সূৰ্য্যভূজৰ পুত্ৰ শ্ৰীজলচক্ৰভূজ কৈলাশপুৰত সত্ৰাধিকাৰ হয়। তাৰাই কৈলাশপুৰৰ পৰা বাৰেকুৰি অঞ্চলৰ বেবেজীয়া দেৱাগুৰিলৈ সত্ৰ তুলি নি "প্ৰাবন্ধ সত্ৰ" নাম দিয়ে।

অজভূজৰ বৰপুত্ৰ চন্দ্ৰভূজদেৱৰ ৩য় পুত্ৰ পৱিত্ৰই শ্ৰীবিষ্ণুভূজ নাম লৈ অধিকাৰ হয় আৰু ১৯৫৭-৫৯ চনত "শিমলুগুৰি সত্ৰ" প্ৰতিষ্ঠা কৰে। তায়েক টেমেশ্বৰ মহন্ত "আচাৰ্য্য" হয়।

অজভূজৰ ষষ্ঠপুত্ৰ ভগনচন্দ্ৰ শ্ৰীচন্দ্ৰভূজদেৱৰ ব্ৰজপুৰ সত্ৰৰ আচাৰ্য্য আছিল। ১৯২২ চনত তাৰাই (ভগনচন্দ্ৰই) কাকপথাৰৰ বৰআলি বৰগুৰিত সত্ৰ পাতে আৰু সত্যভূজ নাম প্ৰকাশ কৰে। সত্ৰৰ নাম দিয়ে বিবুদ্ধবাহাৰ। ১৯২৫ চনত তাৰা বৈকুণ্ঠগামী হয় আৰু তাৰ পিছত ৩ বছৰকাল ধৰ্ম্মাসন শূণ্য হৈ বয়। ১৯২৮ চনত তাৰাৰ জ্যেষ্ঠপুত্ৰ তিলৌয়ে শ্ৰীশ্ৰীসৰ্বভূজ নাম প্ৰকাশ কৰি অধিকাৰ হয়। ১৯৪৮ চনত তাৰা বৈকুণ্ঠগামী হয়। একমাত্ৰ পুত্ৰৰ মৃত্যু হোৱাত ভায়েক ঘোৰচন্দ্ৰই শ্ৰীব্ৰহ্মভূজ নাম প্ৰকাশ কৰি অধিকাৰ হয়। এবছৰৰ পিছত ১৯৪৯ চনত তাৰা বৈকুণ্ঠগামী হোৱাত পুনৰ ধৰ্মাসন শূণ্য থাকে। ১৯৫২ চনত সত্ৰখনি নতুনকৈ স্থাপন কৰা হয়। ১৯৫৬-৫৯ চনত তাৰাৰ ভ্ৰাতৃ অংশধৰে শ্ৰীৰুদ্ৰভূজ নাম প্ৰকাশ কৰি অধিকাৰ হয় আৰু ১৯৭৪ চনত নৰনাট সামৰে। ১০ বছৰ ধৰ্ম্মাসন শূণ্য হৈ থকাৰ পিছত ১৯৮৫ চনত ব্ৰহ্মভূজদেৱৰ জ্যেষ্ঠপুত্ৰ শ্ৰীমিলন চন্দ্ৰই শ্ৰীশংখচক্ৰভূজ নাম প্ৰকাশ কৰি অধিকাৰ হয়।

ইফালে শ্ৰীভক্তভূজদেৱে স্থাপন কৰা ডিৰাক সত্ৰত তাৰা বৈকুণ্ঠগামী হোৱাত ভ্ৰাতৃ পূৰ্ণানন্দই শ্ৰীপদ্মমূৰ্ত্তি নাম প্ৰকাশ কৰি অধিকাৰ হয়। ১৯৪৫ চনত তাৰাৰ প্ৰয়াণ হোৱাত জ্যেষ্ঠপুত্ৰ খগেশ্বৰে শ্ৰীজগন্নাথমূৰ্ত্তি নাম প্ৰকাশ কৰি অধিকাৰ হয় ১৯৪৮ চনত। ১৯৭৩ চনত জগন্নাথমূৰ্ত্তিৰ বিয়োগত ভ্ৰাতৃ সন্তেশ্বৰে শ্ৰীঅংশসদানন্দমূৰ্ত্তি নাম প্ৰকাশ কৰি ডিৰাক সত্ৰৰ চতুৰ্থ অধিকাৰ হয়।

ভক্তভূজদেৱৰ দ্বাৰা প্ৰতিষ্ঠিত মোলানী সত্ৰ পুনৰ সঞ্জীৱিত কৰি ভক্তভূজৰ "মহাভক্ত" পদাভিষিক্ত চন্দ্ৰকান্তই ( ভক্তভূজৰ ককায়েক

বৰডিব্ৰাক বিলৰ পশ্চিম পাৰত প্ৰতিষ্ঠা কৰি "ডিব্ৰাক দয়াপী সত্ৰ" নাম দিয়ে। ১৯৭১ চনত তেওঁ স্বৰ্গগামী হোৱাত গম্ভীৰ ডেকাৰ পঞ্চম পুত্ৰ ধনেশ্বৰে শ্ৰীহংস মূৰ্ত্তি নাম প্ৰকাশ কৰি বৰডিব্ৰাক দয়াপী সত্ৰত অধিকাৰ হয়। ১৯৭৭ চনত হংসমূৰ্ত্তিদেৱে বৰমেচাইৰ কপাহতলিলৈ সত্ৰ তুলি নিয়ে আৰু ১৯৮০ চনত তেওঁ বৈকুণ্ঠগামী হয়। তেওঁৰ পিছত তেওঁৰ দ্বিতীয়জন ককায়েক গম্ভীৰ ডেকাৰ দ্বিতীয় পুত্ৰ নিৰ্মলচন্দ্ৰৰ বৰজনা পুত্ৰ শ্ৰীদীপেন চন্দ্ৰই শ্ৰীগদাধৰ মূৰ্ত্তি নাম প্ৰকাশ কৰি সত্ৰৰ চতুৰ্থজনা অধিকাৰ ৰূপে নামধৰ্ম্ম প্ৰবৰ্ত্তাই আছে।

টিপুকসত্ৰৰ চতুৰ্থ অধিকাৰ অগ্নিভূজ গুৰুৱে তিনিবছৰ কাল থাকি মৃত্যুৰ সময়ত ভক্তভূজ আৰু পদ্মমূৰ্ত্তিক কাষলৈ মাতি আনি তেওঁৰ (অগ্নিভূজৰ) কনিষ্ঠ পুত্ৰ বিশ্বমূৰ্ত্তিক যাতে ভাল ব্যৱহাৰ কৰে তাৰ কাৰণে অনুৰোধ কৰে। সেই অনুৰোধ ৰাখি ভক্তভূজদেৱে বিশ্বমূৰ্ত্তিক "মহাভক্ত" আসন দিয়ে। এবছৰ কাল ভক্তভূজৰ লগত থাকি তাৰ পৰা আঁতৰি আহে। পিছত টিপুক সত্ৰৰ সত্ৰাধিকাৰ অজভূজে ১৯০৫ চনলৈকে বিশ্বমূৰ্ত্তিক সত্ৰতে ৰাখিছিল। কিন্তু তাৰ পৰাও আঁতৰি গৈ ১৯০৭ চনত গাভৰু-ভেটিলৈ আহে আৰু তাতেই ১৯০৮ চনত তেওঁৰ পদ্মমূৰ্ত্তি হৰিৰাম ঈশ্বৰ নাম লৈ ধৰ্মাসনত বহে আৰু তাৰপৰা ঋতুগাওঁলৈ যায়। তাৰপৰা কুলিপথাৰ গাওঁত সত্ৰ পাতে। ইয়াৰ পৰা নি সোণজানৰ লাখুটি পেলোৱা গাওঁত পাতে ১৯৫৩ চনত ১৩ ফেব্ৰুৱাৰী তাৰিখে তেওঁ বৈকুণ্ঠগামী হয়। তেওঁৰ পিছত দ্বিতীয় পুত্ৰ মনগুৱে শ্ৰীশ্ৰীজয়ৰাম মূৰ্ত্তি হৰিৰাম ঈশ্বৰ নাম লৈ অধিকাৰ হয় আৰু লাখুটি পেলোৱা গাওঁৰ পৰা সত্ৰ তুলি নি বোকাপথাৰত সত্ৰ পাতে আৰু নাম দিয়ে শ্ৰীশ্ৰীমেৰু সত্ৰ।

নৰভূজদেৱৰ চতুৰ্থ পুত্ৰ টেমীচন্দ্ৰ মনতানদেৱৰ পুত্ৰ চিৰন্তনদেৱৰ বৰপুত্ৰ বহুডেকাই শ্ৰীআদিভূজ নাম প্ৰকাশ কৰি ১৯৫৮ চনত

খাইডাঙগীৰ অসমীয়া গাওঁ বা কাষগাৱঁত শ্ৰীশ্ৰীআসাম সত্ৰ নাম দি সত্ৰ প্ৰতিষ্ঠা কৰে। এই বহুডেকা মেকসত্ৰৰ অধিকাৰ শ্ৰীজয়ৰাম মূৰ্ত্তি হৰিৰাম ঈশ্বৰৰ "মহাভক্ত" পদাভিষিক্ত আছিল। আদিভুজদেৱে সত্ৰ কাষ গাৱঁৰ পৰা উঠাই শুকানগুৰি নগাৱঁত পাতে আৰু খেৰজান সত্ৰ বুলি নামকৰণ কৰে। ১৫ বছৰ কাল ধৰ্মাধিকাৰী হৈ থাকি ১৯৭৩ চনত বৈকুণ্ঠগামী হয়। পুত্ৰ নাগেশ্বৰে শ্ৰীঅনাদিভুজ নাম প্ৰকাশ কৰি অধিকাৰ হয়। ১৯৯৩ চনৰ নৱেম্বৰ মাহৰ ১০ তাৰিখে বৈকুণ্ঠগামী হয়।

আসাম সত্ৰত আদিভুজদেৱৰ আচাৰ্য আছিল ভেখেতৰ বংশৰ ভতিজাক নিগম চন্দ্ৰ। এখেত টিপুক সত্ৰৰ চতুৰ্থ অধিকাৰ অগ্নিভুজদেৱৰ দ্বিতীয় পুত্ৰ হলধৰদেৱৰ তৃতীয় পুত্ৰ বেজিয়া মহন্তৰ জ্যেষ্ঠপুত্ৰ। আসাম সত্ৰৰ পৰা আঁতৰি আহি আদিভুজদেৱে বেতান গাৱঁত ১৯৬৯ চনৰ মে' মাহত অধিকাৰ হৈ শ্ৰীশ্ৰীশক্তিমূৰ্ত্তি ঈশ্বৰ নাম প্ৰকাশ কৰি সত্ৰৰ নাম দিয়ে বেতান বেদৱতী সত্ৰ। ১৯৭৩ চনত সত্ৰখন লাংকাচলে উঠাই নিয়ে আৰু ১৯৮৯ চনৰ আঘোন মাহত তেওঁ বৈকুণ্ঠগামী হয়। তাৰাৰ পিছত লৰিকা মহন্তই শ্ৰীশ্ৰীবিষ্ণু মূৰ্ত্তি ঈশ্বৰ নাম প্ৰকাশ কৰি ১৯৮৯ চনৰ ২৮ নৱেম্বৰ তাৰিখে অধিকাৰ হয়। লাৰকা মহন্ত অগ্নিভুজদেৱৰ দ্বিতীয় পুত্ৰ হলধৰদেৱৰ কনিষ্ঠ পুত্ৰ লেবেলা মহন্তৰ একমাত্ৰ পুত্ৰ।

শংকৰভুজৰ দ্বিতীয় পুত্ৰ বৃষৰদেৱৰ পুত্ৰ জলেশ্বৰদেৱৰ পুত্ৰ লোকনাথে মোলানী গাৱঁৰ খেৰজানত সত্ৰ পাতি শ্ৰীপদ্মভুজ নাম প্ৰকাশ কৰি অধিকাৰ হয়। ১৯৭১ চনৰ পৰা ১৯৮২ চনলৈকে অধিকাৰ হোৱাৰ পিছত তেওঁ বৈকুণ্ঠগামী হোৱাত ৩ বছৰ কাল ধৰ্মাসন শূণ্য হৈ থাকে। পাছত ভ্ৰাতৃ ব্ৰহ্মপুত্ৰ মহন্তই ১৯৮৫ চনত অধিকাৰ পদ গ্ৰহণ কৰি শ্ৰীধৰ্মভুজ নাম লয়। এখেত মোলানী খেৰজান সত্ৰৰ দ্বিতীয় অধিকাৰ।

ভক্তভূজদেৱে ভতিজাপুত্ৰ চন্দ্ৰকান্ত সত্যভূজদেৱক আৰু তাৰাৰ বৰপুত্ৰ মহেন্দ্ৰক "একেলগে যাবা, একেলগে খাবা" বুলি পৰামৰ্শ দিছিল। ভক্তভূজদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পিছত ডিৰাক সত্ৰত অধিকাৰ হয় ভক্তভূজৰ ভাতৃ পদ্মমুৰ্ত্তি। তেতিয়া ভোগবৰৰ পুত্ৰ চন্দ্ৰকান্তই সত্যভূজ নাম লৈ উৰন-মোলানী সত্ৰ প্ৰতিষ্ঠা কৰে। ১৯২৭ চনত ভক্তভূজৰ বৰপুত্ৰ মহেন্দ্ৰক "আচাৰ্য" পদ দিয়ে। কিন্তু মহেন্দ্ৰ উৰনত নাথাকিল। ১৯৩৯ চনত সত্যভূজদেৱে বৈকুণ্ঠ প্ৰয়াণ কৰাত তেখেতৰ বৰপুত্ৰ পূৰ্ণভূজক অধিকাৰ পতা হয়। পূৰ্ণভূজদেৱে খুড়াদেৱক মহেন্দ্ৰক উৰন মোলানী সত্ৰত অধিকাৰ পদ লবলৈ আমন্ত্ৰণ কৰিছিল। কিন্তু মহেন্দ্ৰই পূৰ্ণভূজদেৱক অধিকাৰ হবলৈ আজ্ঞা দিয়ে। সেইদৰে হাতীগড়ত মহেন্দ্ৰদেৱে পূৰ্বে ভক্তভূজদেৱে মোলানী সত্ৰ পতা ঠাইতে হাতীগড় মোলানী সত্ৰ প্ৰতিষ্ঠা কৰি শ্ৰীশ্ৰীচক্ৰভূজ নাম প্ৰকাশ কৰে। তেখেত বৈকুণ্ঠগামী হোৱাত তেখেতৰ ভাতৃ খগেন্দ্ৰই শ্ৰীসৰ্বভূজ নাম প্ৰকাশ কৰি ১৯৪১ চনত হাতীগড় মোলানী সত্ৰৰ দ্বিতীয়জনা অধিকাৰ হয়। তাৰাই ১৯৫৩ চনলৈকে ধৰ্মপ্ৰচাৰ কৰি বৈকুণ্ঠগামী হোৱাত ভাতৃ মহেশ্বৰে শ্ৰীজলভূজ নাম প্ৰকাশ কৰি সত্ৰৰ তৃতীয় অধিকাৰ হয়। ১৯৫৮ চনত বৈকুণ্ঠগামী হোৱাত তাৰা নিঃসন্তান হেতুকে মহেন্দ্ৰৰ (চক্ৰভূজদেৱৰ) জ্যেষ্ঠপুত্ৰ চাৰুচন্দ্ৰই শ্ৰীধৰ্মভূজ নাম প্ৰকাশ কৰি ১৯৫৮ চনত অধিকাৰ হয় আৰু ১৯৭৫ চনৰ শাওন মাহত বৈকুণ্ঠগামী হয়। ভাতৃ ৰমেশ মহন্তই শ্ৰীআত্মভূজ নাম প্ৰকাশ কৰি ১৯৭৬ চনত অধিকাৰ হয়।

এনেদৰে দেখা যায়, টিপুক সত্ৰৰ ১৩শ অধিকাৰ অগ্নিভূজদেৱ বৈকুণ্ঠগামী হোৱাৰ পাছত ইং ১৯০০ চনত দুখান সত্ৰ হয়। এই দুখনি সত্ৰৰ অধিকাৰ অজভূজদেৱ আৰু ভক্তভূজদেৱ এই দুইখন সত্ৰৰ পৰাই পাছলৈ উপকক্ত বাৰখান সত্ৰ হয়। ১৯৭২ চনত এই বাৰখনি সত্ৰ লগ লাগি টিপুক সত্ৰসংঘ স্থাপিত হয়।

## উজনিৰ মায়ামৰা সত্ৰৰ সত্ৰাধিকাৰ সকলৰ দৈনন্দিন কাৰ্য্যাৱলী

পুৱা গুৰুজনে শুই উঠি গা-পা ধুই আহি ভগৱানক স্মৰণ কৰি শয়ন ঘৰৰ গাদীত বহে। তাৰ পাছত কোনো শিষ্য বা কোনো লোকে তামোল-পান বা হাঁহ, পাৰ আদিৰ ভাৰ লৈ (কোনো সমস্যাৰ সমাধান বিচাৰি) সেৱা কৰিবলৈ আহিলে, তেনে লোকসকলক ধৰ্মীয় সমাধান দি গুৰুৱে সেৱা গ্ৰহণ কৰে। কোনো লোকে যদি বেমাৰ আজাৰৰ পৰা মুক্ত হ'বলৈ ঔষধ বিচাৰে, গুৰুৱে সাধনা কৰি দুই এটা ঔষধ পাতিও বেমাৰীৰ বাবে দি পঠিয়ায়। শিষ্য তথা অন্য লোকেও যদি কোনো সমস্যাৰ কথা জনায়, তেতিয়া গুৰুৱে তাৰ সমাধানৰ উপায় ধৰ্মীয় ভাৱে দিয়ে। পুৱা গুৰুৱে অন্ন গ্ৰহণ কৰাৰ আগতে সমস্ত কাম কৰা চাৰি ওজা পালীয়ে পৰশুনৰ (প্ৰসঙ্গ) ঘৰত কাঁহ, ডবা আৰু তাল বজাই লগতে ঘোষা আৰু ভাগৱত পাঠ কৰি প্ৰসঙ্গ কৰে। প্ৰসঙ্গ কৰাৰ পাছতহে গুৰুৱে আহাৰ গ্ৰহণ কৰে। যদি প্ৰসঙ্গ নকৰাকৈ বা ভুলবশতঃ গুৰুৱে আহাৰ গ্ৰহণ কৰে তেন্তে পৰশুন (প্ৰসঙ্গ) ঘৰত গুৰুৱে নিজেই দাম ভাঙিব লগা হয়। দিনৰ আহাৰ খোৱাৰ পিছত গুৰুৱে দিনটো শিষ্য তথা অন্যান্য লোকসকলৰ কামতে ব্যস্ত থাকে। গধূলি পুনৰ চাৰি ওজা আৰু পালীয়াই (পালীয়ে) পৰশুন (প্ৰসঙ্গ) কৰাৰ পাছতহে গুৰুৱে আহাৰ গ্ৰহণ কৰিব পাৰে। গুৰুৱে কোনো শিষ্যই প্ৰস্তুত কৰা আহাৰ গ্ৰহণ কৰিব নেপায়। গোসাঁনীয়েহে তেওঁৰ আহাৰ তৈয়াৰ কৰে।

### সত্ৰৰ বিভিন্ন গৃহৰ নাম আৰু তাৎপৰ্য্য

১) শয়ন ঘৰ বা গুৰু থকা ঘৰ

২) বাট চ'ৰা ঘৰ

৩) মন্দিৰ ঘৰ

৪) পৰশুণৰ ঘৰ বা যোগ-ধ্যানৰ ঘৰ

৫) যজ্ঞঘৰ বা বলীশাল

৬) নামঘৰ দুটা

৭ ওঝা-পলীয়া থকা ঘৰ

৮) থান

## উজনীৰ মায়ামৰা সত্ৰত ভকতসকলৰ বিভিন্ন বিষয় বাব আৰু কাৰ্য্যাৱলী :—

সাধাৰণতে বহুসংখ্যক ভকত সত্ৰত থাকে। ভকত সকলৰ বিষয়বাব সমূহ তলত উল্লেখ কৰাৰ দৰে :—

১) আচাৰ্য্য এজন (২) মহাভকত এজন (৩) মহাপুৰুষীয়া এজন (৪) তিনিবূঢ়া (ক) আহোম ডাঙৰীয়া (খ) কছাৰী ডাঙৰীয়া (গ) খাটোৱাল ডাঙৰীয়া।

(৫) পুৰোহিত এজন লগতে ১১জন বূঢ়া অৰ্থাৎ বাৰে গাওঁবুঢ়া

(৬) চাৰিজন ওঝা আৰু চাৰিজন পলিয়া

(৭) খাটনীয়াল এজন

(৮) মুৰব্বী গায়ন এজন, বায়ন এজন

(৯) পাঠেকী এজন

(১০) তামুলী এজন

(১১) পচকীয়া এজন

(১২) যজ্ঞ বান্ধনী এজন

(১৩) দেউৰী এজন

(১৪) বৰীয়া এজন

এই বিষয়ববীয়া সকলৰ নিৰ্দ্ধাৰিত কাৰ্য হ'ল এনেধৰণৰ :

১) আচাৰ্য্য :—

আচাৰ্য্য জনে কিছুমান তিথিত নামঘৰত জাননী দিয়ে। ভকতসকলক বিভিন্ন ধৰ্ম্মীয় শিক্ষা দিয়ে। গুৰুৰ অনুপস্থিতিত গুৰুৰ নিৰ্দ্দেশমতে গুৰুৰ আসন চলাব পাৰে। আচাৰ্য্যজন গুৰুৰ পৰিয়ালৰে হয়।

২) মহাভকত :—

কোনো কোনো তিথিত মহাভকতেও জাননী দিয়ে, শিষ্যসকলক ধৰ্ম্মীয় শিক্ষা দিয়ে। মহাভকতে যজ্ঞখোলা নিয়ন্ত্ৰণ কৰে। গুৰুৰ আজ্ঞা অনুসৰি গুৰুৰ অনুপস্থিতিত গাদীত বহিব পাৰে। মহাভকতো গুৰুৰ পৰিয়ালৰে হয়।

৩) মহাপুৰুষীয়া :—

আচাৰ্য্য আৰু মহাভকতৰ অনুপস্থিতিত মহাপুৰুষীয়াই কিছুমান তিথিত জাননী দিব পাৰে। শিষ্যসকলক ধৰ্ম্মীয় শিক্ষা দিব পাৰে।

৪) তিনিবুঢ়া :—

আহোম, কছাৰী, খাটোৱাল —এই তিনিজন লগ লাগি তিনিবুঢ়া। এই তিনিবুঢ়াৰ ওচৰত শিক্ষা লৈহে গুৰুৱে গাদীত বহিব পাৰে। অষ্টভূজৰ আজ্ঞাতেই কৃষ্ণভূজক তিনিবুঢ়াই ধৰ্ম্মৰ গাদীত বহুৱাইছিল আৰু আজিও এই পৰম্পৰা উজনিৰ মৰাণ সত্ৰসমূহত বিৰাজমান। গুৰুৰ আজ্ঞা অনুসৰি ইয়াৰ যি কোনো একজনে যজ্ঞৰ

বান্ধনী আৰু পান-ধৰা হ'ব পাৰে। শিষ্যসকলক তিনিবুঢ়াইও ধৰ্ম্মীয় শিক্ষা দিব পাৰে। কোনো কোনো অবিবাহিত গুৰুৱে জাননী কৰিলে মহাপুৰুষ হৈ উঠা। তাৰ অৰ্থ মহাপুৰুষে জাননী কৰিলে তিনিবুঢ়াই উঠাব পাৰে। কোনো ধৰ্ম্মীয় সমস্যা হ'লে তাৰ সমাধান বিচাৰ যে ৰাতি তিনিবুঢ়াই আগভাগ লব লগা হয় তিনিবুঢ়াৰ অনুপস্থিতত পুৰোহিতে তাৰ দায়িত্ব লয়।

## ৫) পুৰোহিত বা বাৰে গাওঁবুঢ়া :—

গুৰুৱে জাননী দিলে পুৰোহিত উঠাব পাৰে। পুৰোহিতৰ এঘাৰজন সহযোগী থাকে। পুৰোহিতক দুই নামেৰে বাৰে গাওঁবুঢ়া বুলিও কয়। বাৰে গাওঁবুঢ়াই উৎসৱসমূহৰ বাবে সামগ্ৰী সংগ্ৰহ কৰে। এওঁলোকে সভাৰ সামগ্ৰীসমূহ বিভিন্ন স্থানত ভাগ কৰে।

## ৬) চাৰি ওঝা আৰু চাৰি পালিয়া :—

ওঝা আৰু পালিয়াসকলে সলনা-সলনিকৈ নিতৌ গুৰুৰ পৰশুনৰ ঘৰত পুৱা-গধূলি পৰশুন কৰে। পৰশুনৰ ঘৰত কাহ, ডবা আৰু তাল বজাই, খোল আৰু ভাগৱত পাঠ কৰে। এওঁলোকে গুৰুৱে আহাৰ গ্ৰহণ কৰাৰ আগতে এই কাম কৰিব লাগে।

## ৭) খাটনীয়াল :—

গুৰুৰ ঘৰত কেইবাজনো খাটনীয়াল থাকে। তাৰে গোসাঁই খাটনীয়াল নামে গোসাঁইৰ তামোল-পান গোসাঁই ইঠাইৰ পৰা সিঠাইলৈ যাওঁতে অনা নিয়া কৰে। কোনো কোনো খাটনীয়ালে

মন্দিৰৰ পৰা নামঘৰ, পৰশুণৰ ঘৰ আদিলৈ তামোল পানৰ শৰাই অনা নিয়া কৰে। সত্ৰৰ মন্দিৰ ঘৰটো নিয়ন্ত্ৰণ কৰিবলৈ এজন খাটনীয়াল থাকে।

৮) গায়ন আৰু বায়ন :

গায়ন-বায়নৰ মূৰব্বী দুজনকে গায়ন আৰু বায়ন বুলি কোৱা হয়। সত্ৰৰ বিভিন্ন তিথি সমূহত গোৱা গায়ন-বায়নত এওঁলোকে মুখ্য ভূমিকা লয়।

৯) পাঠৈকী :

পাঠৈকীজন গুৰুৰ ঘৰত ভাগৱত অনা-নিয়া কৰা আৰু পাঠ কৰাৰ দায়িত্বত থাকে।

১০) তামুলী :

সত্ৰত তিথি হ'লে আৰু সকাম হ'লে তামুলীয়ে তামোল-পান, মাহ-প্ৰসাদ আদি ভকত তথা ৰাইজক ভাগ কৰি দিয়ে।

১১) পছুকীয়া :

পছুকীয়াই সত্ৰৰ বিভিন্ন ঘৰসমূহ চাফ-চিকুন কৰাৰ দায়িত্বত থাকে। তিথি হোৱাৰ আগতে সকলোবোৰ ঘৰ পৰিষ্কাৰ কৰিব লাগে। নামঘৰ আদিত সকাম হ'লে ভকতৰ বাবে আসনৰ সুব্যৱস্থা কৰি দিব লাগে।

১২) যন্ত্ৰ-বাদ্ধনী :

যজ্ঞখোলাত এইজন বাদ্ধনীয়ে বন্ধা-বঢ়া কৰিব লাগে। কিন্তু বন্ধা-বঢ়া কৰি তেওঁ যজ্ঞ-খোলাত আহাৰ গ্ৰহণ কৰিব নোৱাৰে।

১৩) মেউৰী বা বলীকটা কাটোৱাল :

তেওঁ যজ্ঞৰ বলী কটাৰ কাম কৰে। তেওঁৰ লগত দুজন সহকাৰী থাকে।

বৰীয়া :

পুহ আৰু মাঘ মাহৰ তিথিত যজ্ঞ পাতিবৰ বাবে মাছ মাৰিবলৈ যোৱাত মুখ্য নেতৃত্ব দিয়ে। মাছ মাৰোতে এই বৰীয়াজনে পানীত নামি বিহু দিয়া নিয়মটো কৰে।

উজনিৰ মায়ামৰা সত্ৰৰ সত্ৰাধিকাৰ গুৰুৰ পত্নী হ'ল গোসাঁয়নী— যাৰ সত্ৰৰ দৈনন্দিন পৰিচালনাত যথেষ্ট গুৰুত্বপূৰ্ণ ভূমিকা আছে। তেওঁ শিষ্যক ধৰ্ম শিক্ষা দিব পাৰে। শিষ্যসকলে বিপদত গুৰুৰ ঘৰলৈ 'ভাৰ' নিলে গুৰুক ভাতৰ পাতত গোসাঁয়নীয়ে 'ভাৰ' অনাজনৰ কথা সোঁৱৰাই দিয়ে।

সত্ৰত পতা বাৰমাহৰ তিথিসমূহ :

বহাগ মাহত পতা তিথি :

(১) বহাগমাহৰ দশমী তিথিত গুৰু চতুৰ্ভুজৰ তিথি পাতে। মঙ্গলবাৰে উক্ত তিথি পাতে।

(২) বহাগ মাহৰ একদশীত অষ্টভুজৰ তিথি পাতে। উক্ত তিথি বহাগমাহৰ বুধবাৰে পাতে।

(৩) বহাগমাহৰ সোমবাৰে বিহু সামৰণি তিথি পাতে।

(২) জেঠ মাহত পতা তিথি :

জেঠমাহত ত্রয়োদশীত নিত্যানন্দদেৱৰ তিথি পাতে।

(৩) আহাৰ মাহৰ তিথি :

আহাৰ মাহৰ কৃষ্ণপক্ষৰ দ্বিতীয়া আৰু তৃতীয়া তিথিত মাহিলি তিথি পাতে।

(৪) শাওন মাহত তিথি :

শাওন মাহত যদুনন্দন ঈশ্বৰ, জগন্নাথ মূৰ্ত্তিৰ তিথি পাতে।

(৫) ভাদ মাহৰ তিথি :

ভাদ মাহৰ ত্রয়োদশীত বৈকুণ্ঠৰূপ ঈশ্বৰ আৰু ভক্তভূজৰ তিথি পাতে। উক্ত মাহত ৰাম চাউলৰ তিথিও পাতে।

(৬) আহিন মাহৰ তিথি :

কৃষ্ণপক্ষৰ দ্বিতীয় আৰু তৃতীয় দিনত মাহিলি কীৰ্ত্তন পাতে।

(৭) কাতি মাহৰ তিথি :

কৃষ্ণপক্ষৰ দ্বিতীয় আৰু তৃতীয় দিনত মাহিলি তিথি পাতে।

(৮) আঘোন মাহৰ তিথি :

আঘোন মাহত জয়ৰামদেৱৰ তিথি পাতে।

(৯ পুহ মাহৰ তিথি :

অমাৱস্যাত শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ, শ্ৰীশ্ৰীকৃষ্ণভূজ, নৰভূজ, পদ্মমূৰ্ত্তিৰ তিথি পাতে।

(১০) মাঘ মাহৰ তিথি :

অমাৱস্যা তিথিত শ্ৰীশ্ৰীকৃষ্ণৰাম, শ্ৰীশ্ৰীহৰিৰাম, শ্ৰীশ্ৰীশংকৰ ভূজ আৰু শ্ৰীশ্ৰীঅগ্নিভূজৰ তিথি পাতে।

(১১) ফাগুন মাহৰ তিথি :

কৃষ্ণপক্ষৰ দ্বিতীয় আৰু তৃতীয় দিনত মাহিলি তিথি পাতে।

(১২) চ'তমাহৰ তিথি :

কৃষ্ণপক্ষৰ দ্বিতীয় আৰু তৃতীয় দিনত মাহিলি তিথি পাতে। □

— x —

# ষষ্ঠ অধ্যায়

# মৰাণ বুৰঞ্জী

## আহোম বুৰঞ্জীত মৰাণৰ উল্লেখ, মায়ামৰীয়া বিদ্ৰোহ

মৰাণসকলৰ কোনো লিখিত বুৰঞ্জী নাই। আহোম বুৰঞ্জীৰ পৰাই মৰাণসকলৰ বিষয়ে ছেগা-চোৰোকাকৈ জানিবলৈ পোৱা যায়। মৰাণসকল যে প্ৰাচীন জাতি আৰু অসমৰ আদিম জনগোষ্ঠী, এই বিষয়ে আগতেই উল্লেখ কৰা হৈছে। আহোম স্বৰ্গদেউসকলৰ পৰম মিত্ৰ মৰাণসকলে কেনেদৰে শেষত আহোম ৰাজত্বৰ বিৰুদ্ধে সশস্ত্ৰ সংগ্ৰাম কৰি ধৰণি কঁপালে আৰু শেষত স্বাধীন মটক-ৰাজ্য স্থাপন কৰিলে —এই কথা আহোম বুৰঞ্জীত লিপিবদ্ধ হৈ আছে।

আহোম বুৰঞ্জীমতে[১] স্বৰ্গদেউ চুকাফাই পাটকাই পাৰ হৈ আহি মটক (মৰাণ), বৰাহী লগ পোৱাৰ কথা উল্লেখ আছে। অসম বুৰঞ্জীত[২] টিপাম নৈ পাৰ হৈ অনুক্ৰমে ঠায়ে ঠায়ে বৈ আহি দিচাঙত কাকবাঁহৰ ভুৰ বান্ধি পাৰ হৈ দিখৌ কোঠত মৰাণ গাওঁ পোৱাৰ কথা উল্লেখ আছে। মৰাণসকলে চুকাফাক দেওৰাজা বুলি মানি বশ্যতা স্বীকাৰ কৰিলে। সাতসৰী অসম বুৰঞ্জীত আহোমে অসমত সোমাই

---

১ গোলাপ চন্দ্ৰ বৰুৱা "আহোম বুৰঞ্জী"

২ . সূৰ্য্যকুমাৰ ভূঞা 'অসম বুৰঞ্জী' পৃ : ৫

চুতীয়া, কছাৰী, মৰাণ লগ পাই তেওঁলোকৰ পৰা তিৰোতা গ্ৰহণ কৰাৰ কথা উল্লেখ আছে। মৰাণক থানগিৰি আৰু নিজে আলহী বুলি কৈয়ো আহোমে ৰাজ্য বিস্তাৰ কৰিলে। মৰাণৰ ছোৱালী বিয়া কৰিলে। মৰাণ তিৰোতাৰ পুতেকো বুঢ়াগোহাঁই হ'ল।

চাও চুকাফাই ১২২৮ খৃঃত মৰাণ অঞ্চলতেই প্ৰথম সোমাইছিল। টিপাম নৈৰ পাৰত (বৰ্ত্তমান মাৰ্ঘেৰিটা মহকুমাত অৱস্থিত) জনবসতি অঞ্চলত মৰাণসকল বাস কৰিছিল আৰু সেই অঞ্চলত ৰাজত্ব কৰিছিল মৰাণৰ ৰজা বদৌচা* আৰু বৰাহীৰ ৰজা থামিথুমাই। মৰাণ ৰজা আৰু বৰাহী ৰজাৰ মাজত ভাল ভাব আছিল আৰু পৰম্পৰাগত ভাৱে দুয়ো দুয়োকো ককাই-ভাই বুলি গ্ৰহণ কৰিছিল কাৰণ আদিতে মৰাণ ও বৰাহী ককাই-ভাই আছিল বুলি জনশ্ৰুতি আছিল। দুই খণ্ডত দুইজন ৰজাই সমিলমিলেৰে ৰাজ্য শাসন কৰিছিল। টাই-আহোমসকলৰ আগমনৰ বহু বছৰৰ আগৰে পৰা মৰাণ আৰু বৰাহীয়ে এই অঞ্চলত বসবাস কৰিছিল। চুকাফাৰ প্ৰস্তাৱ অনুসৰি দুয়ো ৰজাই সদলবলে চুকাফাৰ লগত দেখা সাক্ষাৎ কৰে আৰু মিত্ৰিতা ৰাখি কৰে। চুকাফাই তেওঁলোকৰ লগত ভালদৰে কথা-বতৰা পাতে আৰু আলহী আহোমে থানগিৰি মৰাণ-বৰাহীৰ গাওঁ ভূঁই চিনি লবলৈ ধৰে। এনেদৰে আহোমৰ মৰাণ-বৰাহীৰ লগত আহ-যাহ হয় আৰু শেষত মৰাণ-বৰাহীৰ ছোৱালী আহোমৰ লোকে গ্ৰহণ কৰে। চুকাফাইয়ো মৰাণৰ চাৰিগৰাকী কুঁৱৰী বিয়া কৰাই ৰাজকাৰেঙলৈ আনিলে। পিছি চুতীয়া, বৰাহী, মৰাণ ঠায়ে ঠায়ে পাই আছিল, লগত অহা যোৰভকৈ ভাৰহে আপাহ হয়। সেইসময়ৰ পৰা মানুহ মিহলি হ'ল ভাবে জীয়ন্তি-পুতাটি কৰিব। যিহেতু নবাৰ পৰা আহোঁতে কাৰো তিৰোতা

---

৩ কাশীনাথ বুকন "আসাৰ বুৰঞ্জী সাৰ"

নাই, ইঠাইত আছিহে তিবোতা লগে।"[৪] মৰাণ-বৰাহীয়ে চুকাফাৰ লগৰ মানুহবোৰক আহম বা অসম নাম দিলে আৰু নামটো বৈ গ'ল। স্বৰ্গদেউ চুকাফাই সৌমাৰৰ ৰজা হৈয়ে সৰ্বপ্ৰথমে মৰাণসকলকে নানা বিষয় বাব দি শাসন কাৰ্য্য চলাইছিল। আনকি নিজৰ কুলৰে তুলি নি নানা খেল পাতি ঠায়ে ঠায়ে গাওঁ পাতি দি থাকিবলৈ দিছিল। মৰাণ সকলক লগ নোপোৱা হ'লে হয়তো আহোমসকলে এই ঠাইত তেওঁলোকৰ ইমানবোৰ অতুলনীয় গৌৰৱ বিস্তাৰ কৰাটো সহজ হৈ নুঠিলহেঁতেন। ইং ১২২৮ চনত স্বৰ্গদেউ চুকাফাৰ লগত যি গৰাকী বুঢ়াগোহাঁই ডাঙৰীয়া সৌমাৰলৈ আহিছিল, তেওঁৰ নাম আছিল থাও মুংক্লিংলুঙ মাংৰাই। তেওঁৰে প্ৰথম পুত্ৰ হ'ল থাওকক বুঢ়াগোহাঁই ডাঙৰীয়া। এইজনা বুঢ়াগোহাঁই ইং ১২৬৮ চনৰ পৰা ইং ১২৮১ চনলৈকে বুঢ়াগোহাঁই পদত অধিষ্ঠিত। আছিল এবাৰ মৰাণ ৰাজ্য পৰিভ্ৰমণ কৰিবলৈ যাওঁতে দেখা পাইছিল মৰাণ গাভৰু বাংৰাইক (সত্যৱতীক)। এই দীপ্ লিপ্ মৰাণ গাভৰুক দেখি বুঢ়াগোহাঁই "কুভিত" হ'ল আৰু টিপামত পানী খোৱাৰ চলেৰে মৰাণ গাভৰুৰ কাষ চাপিল। বুঢ়াগোহাঁয়ে শেষত মৰাণ গাভৰুৰ পাণি গ্ৰহণ কৰি বাংৰাইৰ দেউতাক মৰাণৰ মুখিয়ালৰ ঘৰতে থাকিল। নিজৰ হেংদানখন কোনেও নজনাকৈ কাক-বাঁহত সুমুৱাই থ'লে। পিচত মৰাণ জীয়ৰীৰ গৰ্ভত বুঢ়াগোহাঁইৰ ঔৰষত দুজন পুত্ৰ থাবুক আৰু বকুলৰ জন্ম হ'ল। বহুদিন যোৱাত বুঢ়াগোহাঁই এদিন নবীয়াত পৰিল আৰু মৰাণ জীয়ৰী বাংৰাইক সাক্ষী কৰি দুই পুতেকক ক'লে, "মই সাধাৰণ মানুহ নহওঁ, ডাঙৰীয়া বুঢ়াগোহাঁইহে। মোৰ মৰণৰ সময় হ'লে, দুই পুত্ৰৰ ৩৫ বছৰ, ১৪ বছৰ বয়স হ'লে, এই হেংদানখন স্বৰ্গদেউক দেখুৱাই

৪ সূৰ্য্যকুমাৰ ভূঞা "ধাইগৰীয়া বুৰঞ্জী"

লগ কৰিবি, এই বাক্য কৰিলো। স্বৰ্গদেৱে প্ৰমাণ পাই তোমালোকক ল'ব, ভাল মানুহ কৰি ৰাখিব"। এনেদৰে শিকাই বুঢ়াগোহাঁইে ভাওৰীয়াই ইহলীলা সম্বৰণ কৰিলে।

বাঁহগৰীয়া বুৰঞ্জীত এই জন্ম কাহিনীৰ বিষয়ে এনেদৰে আছে :—

## থাওকক বুঢ়াগোহাঁইৰ পুতেকৰ পৰিচয় :

কতো দিনান্তৰে মৰাণে খৰি যোগাই সকলো কান মাৰি দি যায়। এক মৰাণে নিদি লৈ যায়। এদিন খৰি লোৱা চাংমায়ে বোলে, "আনে খৰি এ কান মাৰি এ দি যায়, তই কিয় নিয়?" এই বুলি কান মাৰিত ধৰি আজোৰা-আজুৰি লগালে। পাচে কান মাৰিৰ পৰা হেংদান ওলাই মাটিত পৰিল। পাচে চাংমায়ে হেংদান নি সবাকে দেখালে, ৰজাকো দেখালে। পাচে বৰগোহাঁই, বৰা বুককক দেখালত বোলে "থাওকক বুঢ়াগোহাঁইৰ হেংদান।" তাক নি "কৈত পালি" বুলি সুধিলত বোলে, – "মোৰ বুপাৰ।" সুধিলে, "বাপেৰ কৈত আছে?" সি বোলে, "মাৰল, আইহে আছে।" পাছে মৰাণনীক নি সুধিলত বোলে, "কৰ নোৱাৰো কৰবা মানুহ চাপি আছিলং তাৰে হেংদান।" পাচে ডাবুকা মৰাণনীৰ মুখে বুঢ়াগোহাঁই হেন জানি লগত লৈ বাপেকৰ বিষয় দিলে থাবুক—বকুলক।" (১৬৮ ছেদ)

আহোমৰ ছশবছৰীয়া ৰাজ্যশাসনত মৰাণসকল কেৱল ৰজাঘৰৰ হাতীযোগনীয়া, খৰি যোগনীয়া, বং-যোগনীয়া আৰু মৌ-যোগনীয়াই নাছিল। তেওঁলোকে ৰাজ্যশাসনতো অংশ গ্ৰহণ কৰিছিল আৰু "চিতপাটৰ" "মিমুম পাটৰ" আদি গুৰুত্বপূৰ্ণ বিষয়বাব বহন কৰিছিল। চাওলুঙ চুকাফাই টিপামত পাই অনা এখৰ মৰাণক স্বৰ্গদেউ চুখামুখা

খোৰাবজাই পৰৱৰ্তী কালত চিত্‌পাটৰ পাতিছিল। আন এঘৰ মৰাণে আকৌ ৰ্ম্মদেউক বেঙেনা যোগাইছিল। সেইঘৰ মানুহবে ঘাই মানুহজনৰ তলত থকা সৈন্যই নগাক ৰণত ঘটুৱাইছিল আৰু সেই লোকজন ৰ্ম্মদেউৰ প্ৰিয়পাত্ৰ হৈছিল। কনঙন্ বৰগোহাঁইয়ে তেওঁক "লানমাকৰু" নাম দিছিল। চাওলাঙ চুকাফাই চুটিয়া ৰাজ্য জয় কৰি আন এজন মৰাণক কছাৰী আৰু নগাৰ পৰা কৰ তুলিবলৈ পঠাইছিল। তেওঁ কৰ তুলি আহি ৰ্ম্মদেউৰ লগ লোৱাত তেওঁক মিমুন পাটৰ পাতিছিল। এনেদৰে আহোম হৈ বহুতো মৰাণে ৰাজশাসনত ভাগ লৈছিল আৰু আহোমৰ লগত মিটিৰ-কুটুম হৈ পৰিছিল আৰু সহজতে বিয়াবাৰু হৈছিল। কিমান মৰাণ আহোম হ'ল, কিমান মৰাণ ছোৱালী আহোমে বিয়া কৰালে তাৰ হিচাপ দিবলৈ টান, কাৰণ বুৰঞ্জীত ঘাই ঘাই মানুহবোৰৰ সম্বন্ধৰ কথা লিখা আছে। সাধাৰণ মানুহৰ কথা নাই। এই কথা নিসন্দেহ যে চাওলুঙ্ চুকাফাৰ লগত অহা ৯০০০ লোকেই মৰাণ বৰাহীৰ ছোৱালী আনিছিল আৰু গতিকে পিচৰ আহোম বংশধৰ সকল অসমীয়া ভাষী হৈ পৰিছিল।

মৰাণসকলে শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ ধৰ্মমতত বিশ্বাস ৰাখি অষ্টভূজ গোসাঁইৰ দিনৰে পৰা পুনৰ ইতিহাসৰ পাতত স্থান পাইছে। অষ্টভূজ-দেৱৰ ভোগকাল ১৬৭০ ৰ পৰা ১৬৯২ শকলৈকে। ইয়াৰ আগলৈকে মৰাণসকল মায়ামৰীয়া শিষ্য হোৱা নাছিল। শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ বিষয়ে বীৰেন্দ্ৰ কুমাৰ গোহাঁয়ে[৫] "শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ" নামৰ গ্ৰন্থত বিস্তৰ বৰ্ণনা কৰিছে। অনিৰুদ্ধদেৱৰ শিষ্যসকলেই পিচলৈ মটক নামেৰে পৰিচিত হয় আৰু অনিৰুদ্ধদেৱৰ বংশধৰ গোসাঁইসকলকে মোৱামৰীয়া বা মায়ামৰীয়া গোসাঁই আৰু শিষ্যসকলক মায়ামৰীয়া বা মোৱামৰীয়া

---

৫ ড° বীৰেন্দ্ৰ কুমাৰ গোহাঁই "শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ"

বোলা হয়। মায়ামৰীয়া গোঁসাইৰ শিষ্যসকলক পূৰ্বণি ভকত বুলিও কোৱা হয়।

মতেকৰ পৰা মটক হৈছে বুলি কোনো কোনোৱে কয়। কিন্তু ১৫৩৩ শকলৈকে যে 'মতেক' শব্দ সৃষ্টি হোৱা নাছিল সেইটো অনিৰুদ্ধদেৱৰ চৰিত পুথিয়ে[৬] কয়। মত+এক=মতেক —এইয়া নিশ্চয় ভকতীয়া ব্যাখ্যা। মতেক শব্দই একে মত বা ধৰ্মবিশ্বাসত বিশ্বাসী অৰ্থাৎ এক ঈশ্বৰ বা কৃষ্ণত বিশ্বাসী মায়ামৰীয়া শিষ্যসকলক বুজায়। পদ্মেশ্বৰ গগৈয়ে[৭] মত+এক=মতেকহে হব লাগে, মতেক নহয় বুলি অভিমত দিছে। সেই কথা গুৰুত্বপূৰ্ণ। "মতেক" শব্দৰ পৰা মটক হোৱাটো নিশ্চয় একান্ত ভকতীয়া ব্যাখ্যা। মটক জাতিৰ উৎপত্তিৰ বিষয়ে আগতে যি বিৱৰণ দিয়া হৈছে তাৰ পৰা এইয়া সুস্পষ্ট যে মটক জাত এক প্ৰাচীন জাতি আৰু তেওঁলোক অসমৰ আদিম ভূমিপুত্ৰ-যাক আহোম, চিংফৌ, খামতি আদিয়ে মটক বুলি কৈছিল আৰু যি নিজকে মৰাণ বুলি চিনাকি দিছিল।

গোলাপ চন্দ্ৰ বৰুৱাই আহোম বুৰঞ্জীত মু-আ-ম-বা বুলি লেখা পাইছিল। তেওঁ লেখিছিল, "মোৱামৰা সত্ৰৰ অধিকাৰ জনক চাওমুন ম আ ম বা মহন্ত" বুলিছে। চাওমুন মানে, চাও অৰ্থে গৰাকী, মুন অৰ্থে পৱিত্ৰ, পবিত্ৰ গৰাকী। এই ম আ ম বা শব্দৰ পৰা মোৱামৰা বা মোৱামৰীয়া শব্দৰ উৎপত্তি।

এটা কথা কব পাৰি যে শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ বা তেওঁৰ বংশধৰসকলৰ শিষ্যসকলে "মোৱামৰীয়া" শব্দটো পছন্দ নকৰি মায়ামৰীয়া বা মায়ামৰা শব্দটোহে পছন্দ কৰে। আনে দিয়া নাম

৬ চিদানন্দ দেৱ — অনিৰুদ্ধদেৱৰ বংশাৱলী

৭ ড° পদ্মেশ্বৰ গগৈ — "Tai Ahom Religion and Customs" PP 100

মোৱামৰীয়া; নিজে পৰিচয় দিয়ে মায়ামৰা বা মায়ামৰীয়া। অৱশ্যে মায়ামৰা বা মায়ামৰীয়া শব্দটোও ভকতীয়াহে[৮]। মায়াক মাৰি অদ্ভুত আধ্যাত্মিক শক্তি দেখুওৱাত অনিৰুদ্ধদেৱৰ মায়ামৰীয়া হ'ল চুখামফা খোৰা ৰজাৰ দিনৰে পৰা। অনিৰুদ্ধদেৱৰ ধৰ্ম মহিমা চাওঁ বুলি চুখামফা নৃপতিয়ে কলহ এটাত পাগুৰী এডাল সুমাই কলহটোৰ মুখ বান্ধি, সেই কলহত কি আছে বুলি সোধাত কালসাপ আছে বুলি কৈ দিলে। ৰজাই কলহৰ মুখ মোকলাই চাই পাগুৰীৰ ঠাইত সঁচাসাঁচকৈ কালসাপ দেখি বিচুৰ্তি খাই অনিৰুদ্ধক ততালিকে মায়া নিবাৰণ কৰিবলৈ কোৱাত মায়া নিবাৰণ কৰিলে। মায়াক মৰা বাবেই গোসাঁই মায়ামৰা মহন্ত হ'ল আৰু তেওঁৰ শিষ্যসমূহ মায়ামৰীয়া হ'ল। পুৰণি মাটি সত্ৰৰ ভূতপূৰ্ব অধিকাৰ উৎসৱানন্দ গোস্বামীয়ে মোৱামাছৰে ভৰ্ত্তি বিলৰ কাষত সত্ৰ স্থাপন কৰা বাবে সত্ৰ হ'ল মোৱামৰীয়া। অৱশ্যে এই আখ্যা অনিৰুদ্ধদেৱৰ বহু পিচতহে হৈছে বুলি কৈছে। গাতকে মোৱা মাছ থকা বিলৰ কাষত থকা বাবে সত্ৰত নাম মোৱামৰা হ ল — এই কথা গ্ৰহণযোগ্য নহয়। অসম বুৰঞ্জীত অৱশ্যে মোৱামৰীয়া শব্দটোহে পোৱা যায়। 'মায়ামৰা' শব্দটো মাত্ৰ এবাৰহে উল্লেখ হৈছে। তাকো স্বৰ্গদেউ কমলেশ্বৰ সিংহই গৱৰ্নৰ জেনেৰেল ৱেলেচ্‌লিলৈ লিখা পত্ৰত এই শব্দটো স্বৰ্গদেৱে ব্যৱহাৰ কৰিছে খৃঃ ১৮০২ চনত। আহোমৰ দিনৰ বুৰঞ্জীত 'মায়ামৰা' শব্দটো নোপোৱাৰ স্বাভাৱিক কাৰণ আছে। মায়ামৰা শব্দটো গুণবাচক আৰু আৰু মায়ামৰা গোসাঁই আৰু শিষ্যসকলক গৌৰৱান্বিত (Glorify) কৰা শব্দ। আহোমৰ দিনৰ মায়ামৰীয়াৰ বুৰঞ্জী হ'ল আহোম স্বৰ্গদেউৰ বিৰুদ্ধে কৰা বিপ্লৱৰ বুৰঞ্জী —যাক ৰজাঘৰীয়া বুৰঞ্জী লেখকসকলে

---

৮ চিদানন্দ দেৱ শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ বংশাৱলী

ৰাজদ্ৰোহ বুলিছে অভিহিত কৰে। গতিকে 'মায়ামৰীয়া' শব্দটো আহোমৰ দিনৰ বুৰঞ্জীত পাবলৈ নাই।

স্বৰ্গদেও চুহুংমুং বা দিহিঙীয়া ৰজাৰ দিনত (১৪৯৭-১৫৩৯ চন) মৰাণ আৰু বৰাহী ৰজাৰ বংশধৰ সকলক আহোম ৰাজ্যত দায়িত্বশীল পদবি দি চাৰিঙীয়া, পাইবেলা, দিহিং, ভাঞ্জি, বাঘ-চৌ আৰু লাংককত সংস্থাপিত কৰিছিল[১]।

আহোম ৰাজ্যত মৰাণসকলে হাতীযোগনীয়া, মৌ-যোগনীয়া, বংযোগনীয়া, ঢাবি যোগনীয়া আদি কাম কৰাৰ উপৰিও সৈন্যবাহিনীত যোগদান কৰিছিল। পূবৰ পৰা পশ্চিমলৈ ৰাজ্য বিস্তাৰৰ লগে লগে, অৱশ্যে আহোমৰ মৰাণসকলৰ লগত বৈবাহিক সম্বন্ধ কমি আহিছিল আৰু মৰাণসকলৰ ওপৰত কৰ্তৃত্ব শিথিল হৈ আহিল। মৰাণসকলে কিন্তু আহোম ৰজা আৰু ডা-ডাঙৰীয়াই নিৰ্দিষ্ট কৰি দিয়া বয়-বস্তু যোগান আৰু যুদ্ধৰ সময়ত সৈন্যবাহিনী যোগান আদি কাৰ্য্য কৰি আহিছিল আৰু বিদ্ৰোহ কৰা নাছিল। বিদ্ৰোহৰ সূত্ৰপাত হয় স্বৰ্গদেউ লক্ষ্মীসিংহৰ দিনৰে পৰা আৰু তাৰ মূল কাৰণ হ'ল কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ অদূৰদৰ্শী আৰু অসম্মানজনক কাৰ্য্যাৱলী। লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনৰে পৰা আহোমৰ বুৰঞ্জীত মৰাণে প্ৰধান স্থান অধিকাৰ কৰিছে।

মায়ামৰীয়া বিদ্ৰোহৰ প্ৰথম অগনি জ্বলি উঠিছিল স্বৰ্গদেউ লক্ষ্মীসিংহৰ দিনত। কালসংহতিৰ অনিৰুদ্ধদেৱে প্ৰবৰ্ত্তাই যোৱা বৈষ্ণৱ ধৰ্মৰ উজনীৰ মৰাণসকল হ'ল নতুন শিষ্য —অষ্টভূজ গোঁসাইৰ দিনৰে পৰা। এই জনা গোঁসাইৰ দিনতে ৰজাৰ ঘৰত বছৰি হাতী যোগাবলৈ অহা বাঘৰ মৰাণ নামৰ এজন নেওগ আৰু নাহৰখোৱা নামৰ মৰাণৰ শইকীয়াক কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই বৰ অপমান কৰিলে। আগৰ বছৰৰ

---

১ সূৰ্য্য কুমাৰ ভূঞা "সাতসৰী অসম বুৰঞ্জী"

হাতী দেখি খং কৰাৰ বাবে এই বছৰ হাতী ভালেই আনিছিল। কিন্তু কীৰ্ত্তিচন্দ্ৰৰ খং মায়ামৰীয়া গোসাঁই অষ্টভূজৰ প্ৰতিহে। তাৰ কাৰণ হ'ল, কীৰ্ত্তিচন্দ্ৰই একে কালসংহতিৰে নিজ গুৰু দিহিঙৰ সত্ৰাধিকাৰক ডাঙৰ কৰে আৰু কথাই কথাই মায়ামৰীয়া মহন্তক সৰু কৰে। মায়ামৰা, দিহিং দুয়োসত্ৰৰে গায়ন গোৱায়। মায়ামৰাৰ গায়ন জিকিলেও দিহিঙৰ গায়নকহে প্ৰশংসা কৰে। এই কথাত আপত্তি কৰি মায়ামৰাৰ গোসাঁইয়ে পত্ৰ লেখি স্বৰ্গদেউ ৰাজেশ্বৰ সিংহক জনালে। তেতিয়া স্বৰ্গদেৱে মায়ামৰা আৰু দিহিঙৰ গায়ন অনাই গোৱাই চাই মায়ামৰাক প্ৰশংসা কৰি দুগুণ ধন দিলে। তেতিয়াৰে পৰা কীৰ্ত্তিচন্দ্ৰৰ প্ৰতি মটকৰ মন বিষম।[১০] ৰাজেশ্বৰ সিংহলৈ অষ্টভূজ গোসাঁইৰ স্নেহ অধিক। গতিকে সকলো মটক এক গোট হৈ ৰজাক ধৰিবলৈ অষ্টভূজৰ আদেশ বিচাৰিলেও গোসাঁইয়ে আদেশ নিদি এনেদৰে উত্তৰ দিলে, "ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱ পাটত থকাত একো নুসুধিবি। ৰজা মোৰ পিতৃ। ৰজাৰ পৰাহে ৰক্ষা পাই আছো। বৰ্কতিয়ালৰ জলমৰটা ঘৰবন্দীৰ লৰাই জান-খালকে সাগৰৰ সমান কৰিব খোজে। কোনোকালেই শিলখাতল (দিহিং গোসাঁই) মোৰ সমান নহয়।" তেতিয়া ভকতবৃন্দই আলোচনা কৰি অষ্টভূজ গোসাঁইৰ পুত্ৰ গাগিনী ডেকাই গোসাঁইৰ আদেশ লৈ ৰাজ্যৰ চুকে কোণে থকা শিষ্য-প্ৰশিষ্যক মাতি প্ৰাতাশধুই একো চপৰা মাটি বৰভেটিত আৰু একো চপৰা মাটি সত্ৰত দি ভেটি বান্ধলে। প্ৰত্যেক গাওঁবুঢ়াই দুচপৰাকৈ মাটি দিলে। কাতি মাহত বৰভেটি বন্ধা হ'ল, সত্ৰৰো কীৰ্ত্তন-ঘৰ সমস্বিতে প্ৰস্তুত হ'ল। মাঘমাহত সাদিন-সাতৰাতি সবাহ পাতি ডেকা মহন্তই কলে, "মই অত শিষ্যৰে

১০ মনিৰাম দেৱান "বুৰঞ্জী বিবেক ৰত্ন"

ৰজাকে হব পাৰো"। গাওঁবূঢ়া সকলেও ক'লে," আমাৰ গুৰুকে[১১] ছেদন কৰি থৈছে ; আজ্ঞা দিলে আমি এই খৌজৰেই ৰজাক ধৰো ।" বুঢ়া গোসাঁয়ে এই কামত বাধা দিলে। তেতিয়াৰে পৰা ৰাজেশ্বৰ সিংহই মায়ামৰীয়া গোসাঁইৰ ওপৰত চকু ৰাখিবলৈকে দিহিঙৰ মহন্তক হাত কৰি ৰজাৰ লিগিৰাৰ বাব দি, ৰজাৰ চাঙ্গলৈ সততে অহা-যোৱা কৰি থাকিবলৈ অনুমতি দি, দিহিঙ মহন্তৰ বন্ধু মায়ামৰীয়া মহন্তৰ গতি বিধিৰ ওপৰত চকু ৰাখিলে। "স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই সকলো সন্ধানৰ পৰা এইটো নিশ্চিত ঠাৱৰ কৰিলে যে মোৱামৰীয়াই স্বৰ্গদেৱক খেদি ৰাজ্য ল'ৱৰ মনস্থ কৰিছে। শত্ৰু প্ৰবল নৌহওঁতেই দমন কৰা ভাল বুলি স্বৰ্গদেৱৰ পাত্ৰ-মন্ত্ৰী সকলেৰে তাৰ প্ৰতিকাৰৰ স্থিৰ যুক্তি কৰিলে। এইদৰে দকৈ যুক্তি কৰি ৰাজচ'ৰাৰ পৰা আজ্ঞা কৰা হ'ল। মোৱামৰীয়াৰ যিবোৰ ভকতে দ্ৰোহৰ আয়োজনত লিপ্ত আছে সিহঁতক মৰা হওঁক আৰু প্ৰবল সকলক বুদ্ধিৰে বশীভূত কৰা হওঁক। এই আজ্ঞানুসাৰে কাৰ্য্য কৰাত স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহৰ দিনত মোৱামৰীয়া মৰাণ সাম্য হৈ থাকিল। ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে এইদৰে সাম্য-নীতি অৱলম্বন কৰাত তেওঁৰ বিষয়া পাত্ৰ-মন্ত্ৰী কোনেও মৰাণৰ মুখিয়াল মানুহক প্ৰকাশ্যে লাঞ্চনা কৰিব নোৱাৰিছিল, কিন্তু তেওঁৰ মৃত্যুৰ পাচতে বৰবৰুৱাই মোৱামৰীয়াৰ মুখ্য মানুহক চমটাৰে কোব মাৰি অপমান কৰে, তাৰ ফলত মোৱামৰীয়াই বিদ্ৰোহৰ ধুমুহা তুলি দেশ লণ্ড-ভণ্ড কৰে।"[১২]

কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ মইমতালি আৰু দাম্ভিক স্বভাৱ স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ দিনতো তল পৰি থকা নাছিল আৰু আনকি

১১ প্ৰসংগীয়া টোকা দ্ৰষ্টব্য

১২ ড° সূৰ্য্য কুমাৰ ভূঞা। "স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহ" পৃ : ১৪৯

ৰাজেশ্বৰ সিংহ স্বৰ্গদেউৰ দিনতো কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই মায়ামৰাৰ ডেকা মহন্তক অপমান কৰিবলৈ এৰা নাছিল। স্বৰ্গদেৱে এবাৰ দেৰগাৱঁৰ বাহৰৰ পৰা ৰংপুৰলৈ উভতি আহোঁতে বাটতে মায়ামৰা গোঁসাইৰ পত্নলিৰ আগেদি যায়। বৰবৰুৱা স্বৰ্গদেৱৰ কিছু পাচতহে আহিছিল। বৰবৰুৱা অহাৰ বিলম্ব দেখি বৰডেকা গাগিনী মহন্তই দুখন চাঙ্গি দি ৰজাক ভেটিবলৈ আয়োজন কৰিলে। বৰবৰুৱা পাচত আছিল, তেওঁলৈ ৰলে স্বৰ্গদেৱেই মহন্তৰ পত্নলি বিনা অভ্যৰ্থনাৰে চেৰাই যায়, এই দেখি অন্য বৰুৱা ফুকনৰ সহায়েৰে ডেকা-মহন্তই স্বৰ্গদেৱক আদৰিলে। বৰবৰুৱা আহোঁতে ডেকা-মহন্তই তেওঁকো আদৰিলে। বৰবৰুৱাৰ বিনা অনুমতিতে পোনে পোনে ৰজাক ভেটা কথা শুনি বৰবৰুৱা ক্ৰোধান্বিত হৈ বৰডেকা মহন্তক চাৰিটা ঢকা মাৰিলে। তাতে ডেকা-মহন্তই বিষম অপমান পাই বৰবৰুৱাৰ নষ্টৰ উপায় চিন্তিবলৈ ধৰিলে। এনেদৰে এজন বিষয়াৰ দম্ভ আৰু মইমতালিয়ে ৰজা-প্ৰজা উভয়ৰে বিপদ চপাই আনিলে, কাৰণ, এজন ডেকা অধিকাৰক অপমান কৰাটো গুৰু-প্ৰাণ মায়ামৰা শিষ্যই কেতিয়াও সহ্য কৰি নাথাকে আৰু এই বিষ-বৃক্ষৰ ফল আহোম স্বৰ্গদেউসকলে ভূগিবই লাগিব। তাৰপিছত এই জনা দাম্ভিক বৰবৰুৱাৰ কুচক্ৰান্তত এলাগী কোঁৱৰ কালশিলীয়া গোহাঁইক লক্ষ্মী সিংহ নাম দি স্বৰ্গদেউ হ'ল। আহোম ৰাজ্যৰ পৰম্পৰাগত ভাৱে মানি অহা নীতি ভংগ কৰি সকতে আই ওলাই চেহেৰা কুৰূপ হোৱা লক্ষ্মী সিংহক ৰাজপাটত বহুৱালে এইজনা দাম্ভিক বৰবৰুৱাই আৰু ফলস্বৰূপে বৰবৰুৱা উঠি ৰজা বহি ৰজা হ'ল। তাৰ পিচত এইজনা বৰবৰুৱাই ৰাজেশ্বৰ সিংহৰ চব্বিশ গৰাকী কুঁৱৰীৰ অলংকাৰ-পত্ৰ কাঢ়ি লৈ লগত মাথোন দুজনী লিগিৰী আৰু দুসাজ তাম-পিতলৰ বাচন দি একেখন নাৱতে বোজা দি ৰৰকলালৈ পঠিয়ালে। পতিহীনা

আইকুঁৱৰী সকলে ৰবৰুৱাক শাপ দিলে, বোলে, "স্বামী বিয়োগ হোৱাৰ পাচতে আমাক এইমান কদর্থিচ; যদি আমি ৰাজপত্নী হওঁ আৰু স্বধর্মত আছো তই অলপতে সপুত্র-বান্ধৱে শাল পাবি।" নাজৰ গুৰিয়াল মায়ামৰাৰ শিষ্যই ৰাজপত্নীসকলক মায়ামৰাৰ ঘাটত নমালে আৰু বুঢ়া গোসাঁয়ে আইসকলৰ দুখ দুৰ্দশা দেখিব নোৱাৰি হৰিদ্ৰাৰ সহিত প্ৰতিজনক সাজ কাপোৰ, তাম-পিতলৰ বাচন আৰু বৰকলা পোৱা পৰ্যন্ত খোৱাৰ সামগ্ৰী দি পঠালে। এই কথা শুনি ৰবৰুৱা কুপিত হৈ 'মোৱামৰা' মহন্তই কুঁৱৰী সকলৰ জাত মাৰিলে বুলি ৰজাক লগালে। ৰাজপত্নী গমন কাৰীৰ নিৰ্মালি নেলাগে বুলি গোসাঁইৰ নিৰ্মালি প্ৰত্যাখান কৰাত সকলো কথা শুনি বুঢ়া অষ্টভুজদেৱ আৰু তেওঁৰ পুত্ৰ সপ্তভুজে কান্দিবলৈ ধৰিলে। অৱশেষত বুঢ়া মহন্তই আদেশ দিলে, "যেই যুক্তি তাকে কৰিবি। যদি তোক দেখা-দেখি দ্ৰোহ কৰে' তোৰ বল নাইনে? ধৰো ধৰো কৰি আছ, কেৱল মোৰ বাধাতহে আছ, তেওঁ কওঁ ৰজাই ভয় পোৱাখিনি নকৰিবি। জলমৰটাৰ ল'ৰাক মাৰি আমি তেনে মানুহ এটা মহাৰাজক দিব লাগে মাথোন; আমাৰ দুৱৰাৰ গাওঁবুঢ়া তাতোকৈ কাৰ্যত সহস্ৰগুণ চতুৰ আৰু দৰ্শনীয়। অনেক পুৰুষ ৰবৰুৱা, ৰবফুকনো হৈ গৈছে। তাকে পাতি দিব লাগে।"[১৩]

১৬৯১ শকৰ জেঠ মাহত ৰাজেশ্বৰ সিংহৰ মৃত্যু, আষাৰ, শাওন, ভাদ এই তিনিমাহ গুণাগঁথা কৰি থাকোতেই গ'ল। আহিন মাহত মায়ামৰীয়া সকলে আকৌ অসন্তোষ পাতে। এদিন লক্ষ্মীসিংহ স্বৰ্গদেৱে কীৰ্ত্তিচন্দ্ৰ ৰবৰুৱাৰ সৈতে নাৱেৰে ফুৰিবলৈ

---

১৩ মনিৰাম দেৱান "বুৰঞ্জী বিবেক ৰত্ন" (অপ্ৰকাশিত)

গৈছিল। নৈৰ ঘাটত মায়ামৰা মহন্ত খিয় হৈ আছিল। মহন্তই ৰজাক নমস্কাৰ কৰি আশীৰ্বাদ কৰিলে, কিন্তু কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ কালে কটাক্ষ কৰিয়েই নাচালে। বৰবৰুৱাই অপমান পাই মহন্তক পাৰে মানে গালি পাৰিলে। এনেদৰে মায়ামৰা গোসাঁই আৰু কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ মাজৰ যুদ্ধখন ভয়ানক হৈ উঠিল আৰু এটা কণিপিয়াই যেনেদৰে এচাক মধুক নষ্ট কৰি দিয়ে তেনেদৰে দাম্ভিক আৰু স্বেচ্ছাচাৰী বৰবৰুৱাই স্বৰ্গদেউৰ ৰাজ্যকো নষ্ট কৰিলে আৰু আহোম ৰাজ্যৰ পতনৰ সূত্ৰপাত কৰালে।

এনে এক বৈষ্ণৱ-বিদ্বেষী আয়হাৰা চলি থকা সময়তে অবিবেকী কীৰ্ত্তিচন্দ্ৰই এবাগৰ মুৰব্বী ৰাঘ নেওগ আৰু নাহৰখোৱা শইকীয়াক অনাহকতে শাস্তি দিলে। সুন্দৰ হাতীকো বেয়া বুলি বৰবৰুৱাই ক'লে আৰু ৰাঘ নেওগক বাঁহেৰে গচকি ধৰি কুৰিটা চমটাৰ কোব মৰোৱালে। চমটাৰ কোব খাই ৰাঘই শাও দিলে "এই দেশত বিচাৰ নাইকীয়া হ'ল। নগৰৰ লোকৰ কাৰো চকু নাই। এজনৰ কথাই কথা। ইয়াৰ প্ৰতিফল হাতে হাতে পাব"। হাতী শোধাই ৰাঘ নেওগ নিজ বাহৰলৈ গ'ল। নগৰ মানুহে ৰাঘক কাপোৰেৰে মেৰিয়াই তিনিদিনৰ অন্তৰত ডেকা-মহন্তৰ আগত পেলালে। তাৰ পাচত বুঢ়া মহন্তৰ সাক্ষাৎ কৰালে। ৰাঘক সেকি পুতকি ঔষধ খুৱাই ভাল কৰি ৰণৰ কাৰণে আলচিলে। ডেকা মহন্ত সপ্তভুজে মায়ামৰা গাওঁবুঢ়াসকললৈ সাজু হৈ আহিবলৈ আদেশ দিলে আৰু ক'লে, "সকলো মিলি কোঁঠ বান্ধি একেবাৰেই যুঁজিব পৰা দৰে আহক।"

অষ্টভুজে গোসাঁইয়ে ৰাঘৰ অৱস্থা দেখি থংটো যে গোসাঁইক নাপাই বৰবৰুৱাই গোসাঁইৰ শিষ্যৰ ওপৰত লৈছে, এই কথা বুজি পাই ক'লে, "আমাৰ খণ্ডজহে তোক মাৰিলে।" ডেকা গোসাঁয়ে দিয়া

নির্দেশ শুনি অষ্টভূজ গোসাঁয়ে ক'লে, "এই কথা যুক্তিপূৰ্ণ নহয়। পূৰ্বে ইন্দ্ৰবংশী ৰজা নামি অনেক ঠাইত আছি অনেক মানুহ এৰব এৰবাকৈ আনি বহুৱালে। শ্ৰমেৰে পাতি লোৱা দেশ। আমাকো সেই ৰজাসকলেই সংস্থাপন কৰি গৈছে। এতেকে ইন্দ্ৰবংশীৰ তুংখুঙীয়াৰ ঘৰৰ ভাল নীতিজ্ঞ এজনাক আগত লৈ কাম কৰিবি। তইঁত পাত্ৰ-মন্ত্ৰী, ফুকন-বৰুৱা, বৰফুকন, বৰবৰুৱা হবি। গোহাঁই পৰীয়াহঁত গোহাঁই হ'ব। ৰজা মাত্ৰ তুংখুঙীয়াৰ ঘৰৰ পাতিবি। পাছত আমাবো, সিকালৰো ভকত মিলি মিতিৰ-কুটুম্ব সম্বন্ধ পাতিবি। দুয়োকালৰ বিষয়া হবি। ৰণত বাহিৰে এটিও মানুহ নাকাটিবি। তুংখুঙীয়াৰ ৰজা হলে পৰলৈকো নিৰ্বীজ হব। তুংখুঙীয়াৰ এজনক ৰজা নাপাতি তইঁত ৰজা হলে তইঁতো মৰিবি; আমাকো মাৰিবি। তইঁত ৰাজনৈতিক মন্ত্ৰনাত কৈঁচা, নেজান; বামুনীয়া ভকতৰ ছোৱালী নানিবি। সভাৰ কটকী-কাকতিক খুৱাই-পিন্ধাই, দি-থৈ ভিতৰ বিশ্বাসলৈ আনি সিহঁতৰ মন্ত্ৰণাৰে কাম কৰিবি মোৰ শিষ্য বৰগোহাঁই আদি সাতোঘৰৰ আছে। সেইবোৰকহে বৰচ'ৰাৰ বিষয়া পাতিবিহঁক। ইতৰবোৰে চমুৱা, মেলভগীয়া, বৰভাণ্ডাৰ আদি কাম লবি। সভাৰ লোকৰ বৃত্তিবাৰ পূৰ্বৰ দৰেই ৰাখিবি। কাঁড়ীবো বিষয়া, বৰা শইকীয়া আদি খেলত থকাতে পাতিবি। খেল সলনি কৰি বিষয়া নেপাতিবি। সন্ত-মহন্তৰ দ্ৰোহ আচৰণ নকৰিবি, অকণ্টকা দেশ হব। যদি মোৰ কথা নামান, সত্ৰ সহিতে নষ্টৰ কাৰণ হব।" দেশৰ ভিতৰতে বেছি জনগণ তেওঁৰ শিষ্য হোৱাৰ কাৰণেহে বুঢ়া গোসাঁয়ে এনেদৰে ৰণত জিকা কথাত নিশ্চিত আছিল আৰু বৰবৰুৱা আৰু তেওঁৰ হাতৰ পুতলা লক্ষ্মীসিংহ স্বৰ্গদেউৰ পৰাজয় হব বুলি নিশ্চয়কৈ জানিছিল। প্ৰায়বোৰ মন্ত্ৰী-পাত্ৰমন্ত্ৰী বৰবৰুৱা আৰু স্বৰ্গদেউৰ লগত নাই, এই কথা জ্ঞানী অষ্টভূজ গোসাঁয়ে ভালদৰে জানিছিল। তদুপৰি অষ্টভূজ গোসাঁইৰ শিষ্য-প্ৰশিষ্য সাতঘৰীয়া আহোমৰ মাজত আছিল; গতিকে

ৰাজভগন আৰু ৰবৰকৰাৰ পতনৰ পিচত কি কি পন্থা লব লাগিব তাক ভৱিষ্যত দ্ৰষ্টা অষ্টভূজ মহাজনে আগতেই কৈ দিছিল। সেইকালত মায়ামৰীয়া গোসাঁইৰ শিষ্যৰ ভিতৰত আহোমসকল আছিল ধৰণী।

ডেকা মহন্তই ৰাঘৱক কীৰ্ত্তন ঘৰলৈ নি বুজালে বোলে, 'ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ পুত্ৰ ৰবজনা গোহাঁইদেৱ নামৰূপতে আছে। মই গোহাঁই দেৱলৈ লেখোঁ। তইঁত ন জন গাওঁবুঢ়া বৰ গাওঁবুঢ়াৰে সৈতে মোৰ আজ্ঞা শুনি মায়ামৰা সত্ৰলৈ আশা কৰি, ৰবজনা গোহাঁইদেৱক আনি দিহিং নতুবা ডিব্ৰু নৈৰ কোষত সাতোটা কোঠ মাৰি, তালৈ ৰবজনা গোহাঁইদেৱক আনি কাতিৰ আগ পক্ষতে ৰণ পাতগৈ। মোৰ লেখা পোৱা মাত্ৰকে বৰ গোহাঁইদেৱ আহি কোঠত সোমাই আপুনি ৰণৰ দিহা কৰিব। গোহাঁইদেৱৰ আজ্ঞাকে আমাৰ আজ্ঞা মানি ৰণ কৰিবিহক। তেওঁ বৰকতিয়ালৰ মৃত্যুৰ কথাকে দিনে-ৰাতিয়ে চিন্তি আছে।'

এই বুলি ৰবজনা গোহাঁইদেৱলৈ, গাওঁবুঢ়াসকললৈ সৰ্ববৃত্তান্ত আৰু অপবাদৰ কথা জনাই গাৰ শপত দি লেখিলে। ৰাঘৱ নেওগকো বঁটা-প্ৰসাদ দি বিদায় দিলে। ৰাঘৱে দেহ এৰি ভকতি কৰি গুৰুৰ ঋণ শুজিম বুলি গুৰু-ভকতক সেৱা কৰি ন-দিনৰ মূৰত গাওঁবুঢ়া সকলক লগ পাই গুৰুক বিবাদ, দুৰ্ষণ, অপবাদ আদি কেনেকৈ ৰবৰকৱাই দিলে, সবিশেষ শুনিলে। গাওঁবুঢ়াসকলে অতিশয় খেদ কৰি, কান্দি কান্দি, তিনি ৰাতিৰ ভিতৰত ৫টা কোঠ মাৰিলে। ৰবজনা গোহাঁই আৰু ডেকামহন্তৰ লেখা পাই বোলে, 'বৰকতিয়ালৰ ধাৰ সুজিব পাৰিম।' ৰাঘৱ নেওগ আৰু বৰগাওঁবুঢ়া দুয়োজনৰ মুখে সকলো কথা শুনি হৰ্ষ-বিষাদ দুয়োকো প্ৰকাশ কৰি পিছদিনা কোঠলৈ গৈ ৰাঘৱ আৰু গাওঁবুঢ়াসকলে কেনেকৈ ৰণজয় হ'ব, তাৰ আলোচনা কৰিলে। ৰবজনা গোহাঁইদেৱে ক'লে, "পূৰ্বে পিতৃদেৱতাই

বকতিয়ালক ৰবৰুৱা পাতিলে। মই পৰ্বতীয়া গোসাঁইক খাটনি ধৰি, তেওঁৰ মুখে কোৱাই ৰবৰুৱা পাতিলো। তাৰে উপকাৰ হিচাপে মোক যেনি সক ভাইক ৰজা পাতিলে। তাৰে প্ৰতিকাৰ স্বৰূপে বকতিয়ালৰ সপুত্ৰ-বান্ধৱকে মোৰ আগতে শালত দিবি। ৰণলৈ অলপো ভয় নকৰিবি। মই কমলসিংহৰ পুতেক। যিবোৰ ফুকন, বৰুৱা, বণুৱালোক আছে, তাৰে বিষয়াবোৰ ময়ে পতা। মোক দেখামাত্ৰকে সিহঁত আঁতৰি যাব। বিনা উপদ্ৰৱে ৰংপুৰ লব পাৰিবি।"[৭]

এই বুলি সকলো বণুৱাৰ লেখা তৈয়াৰ কৰিলে। প্ৰধান বণুৱা ৩০০০ আৰু মুঠ মানুহ ৭০০০। তদুপৰি সমৰ্থন দিলে হাজাৰ-বিজাৰ মানুহে। ৰংপুৰলৈ যাওঁ বুলি চেঁচাৰ ওচৰত আটাইবোৰ সমবেত হ'ল। এই বাতৰি গৈ ৰজাৰ কাণত পৰিলগৈ, বোলে, বাঘৰ সেনাপতি হৈ, কোঠ-পাতি ৰণ কৰিছে আৰু ৰৰজনা গোহাঁইক আনি ৰজা পাতি লৈছে। এই বাতৰি শুনি ভিতৰুৱাল ফুকনক লগত দুজন ৰাজখোৱা দি ৰণলৈ পাচিলে। সৈন্য-সেনাপতি গৈ দিহিঙৰ কাষত কোঠ দিলেগৈ। তাতে সকলো বুঢ়া লৈ ৰবৰুৱাৰ সৈতে আলোচনা কৰি দিহিঙীয়া ফুকনক সেনাপতি পাতি ৰণলৈ পঠাবলৈ দৃঢ়ভাবে কলে। এই সময়তে হিলৈধাৰী, বাৰুৱতী, কাড়ী আদি নিৰ্বাচন কৰোঁতে ডেকা ৰবৰুৱাই ক'লে, "যিদিনা ৰাজেশ্বৰ সিংহ স্বৰ্গী হ'ল, সেই দিনাই, মই কৈছো, আমাৰ শ্ৰী-সম্পত্তি লগতে গ'ল। কমলসিংহ স্বৰ্গদেৱে যাক কাল বুলি এৰি থৈ গৈছে, তাকে ৰজা পাতি ল'লা। ৰৰজনা গোহাঁইদেৱক অকাৰণে খেদালা। কমলসিংহৰ পুতেক কেইজনা ৰজা হব পাৰে, তেওঁ ৰজা হব নেপায়।

৭ মনিৰাম দেৱান 'বুৰঞ্জী বিবেক ৰত্ন'

ভুমিহে খেদিলা। ডাঙৰীয়া তিনিজনাই ৰবচ'ৰাতে বোলে, 'বাহিৰে আগ তল যক, কাউৰীৰ বং চাওঁ।' ৰাজেশ্বৰ সিংহৰ পুত্ৰ ৰজনা কোঁৱৰক ৰজা পতা হ'লে, এনে ৰণ হবলৈ নেপায়। মায়ামৰা মহন্তক বাতিয়ে-দিনে হিংসা কৰি, দুই ভায়েকে আলচি কুঁৱৰীসকলক দুৰ্নাম দি গোসাঁইৰ নিৰ্মালি ওলোটাই দিলা। তুমি মোৱামৰাৰ জোৰবলে কেৰৰ। বিষয় গুচিলেই তোমাৰ কি আছে? গোসাঁই অনাদিসিদ্ধ অখণ্ড বিভূতি। বাঘৰে সুন্দৰ হাতী আনি দিলে, মিছা ওজৰ উলিয়াই তাৰ পিঠিৰ ছাল ছিঙিলা। মই দেখাত তোমাৰ গাত সদগুণ একো নাই, পদে পদে দোষহে। এতিয়াও ডাঙৰীয়াসকলৰ সৈতে স্বৰ্গদেৱক নি মোৱামৰাত সৰ্বভাৰৰা কৰি পৰাগৈ। বৃদ্ধ মহন্ত অতি দয়ালু মানুহ; ডেকা গোসাঁয়ো কথা-বুজা লোক; তুষ্ট হ'ব। য'ৰে ৰণ ত'তেই মাৰ যাব। তুমি ৰণ কৰি জয়ী নোহোৱা। তোমাক ৰক্ষা কৰিবলৈ কোনেও ৰণ নকৰে। ৰৰজনা গোহাঁইদেৱ ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ পুতেক। তোমাত ৰাজে তেওঁলৈ কাৰোৰ খং নাই। তেৱেঁই পাতি যোৱা বিষয়া, সকলো। তেওঁ গা দেখা দিলে কোনেও ৰণ নকৰে। আমাৰ মৰণৰ হেতুকেহে এই ৰণ।"

ডেকা বৰবৰুৱাৰ এনে ভৱিষ্যতদৰ্শী সতৰ্কবাণী শুনিও কীৰ্তিচন্দ্ৰৰ চকু মেল নেখালে, বোলে, "মৰাণৰ হাতী চুঙী চাৰিটাই খেদাখোৱা গোহাঁইটোক লৈ মাৰিবলৈ দেও পাৰিছে। তাতে মই মোৱামৰালৈ যাব লাগে। মোৰ আগত এনে কথা নকবি। ৰাজেশ্বৰ সিংহৰ পুতেকে ষড়যন্ত্ৰ কৰি মোক কটাব খুজিলে, আধা কটা কৰিলে, তাক ৰজা পাতিব লাগে। তোৰ এনে দুবুৰ্দ্ধি।" পাছে ডেকা বৰবৰুৱাই ক'লে, "তোমাৰ লগত আমি স্বতন্ত্ৰীহে হৈছো।" এই বুলি আঁতৰি গুচি গ'ল।

কাতিৰ শেষত মায়ামৰা-মৰাণসকলে দেখা-দেখিকৈ কোঁঠ দি ৰণ পাতিলে। ভিতৰুৱাল ফুকনেও কোঁঠৰ পৰা ওলাই ৰণ দিলে।

চেঁচাৰ কাষতে ৰণ লাগিল। বৰজনা গোহাঁয়ে হাতী এজনীৰ পিঠিত উঠি আহি ভিতৰুৱাল ফুকনক দেখি ক'লে, "তই ফুৰবাৰ ঘৰৰ; মই কদ্ৰসিংহৰ পুতেক। বৰ্কতিয়াল ঘৰবন্দীয়ে এডোখৰ কাটি খালে, তই মোৰ আগমগুহ ডোখৰ কাটি খা।" এই বুলি বুকুখন উদঙাই দিলে। ভিতৰুৱাল ফুকনে বিচুৰ্ত্তি হৈ, কীৰ্ত্তিচন্দ্ৰৰ দুগুণৰদৈ মনত পৰি চেঁচাৰ পাৰতে একতীয়া হৈ মায়ামৰীয়াক ৰণ এৰি দিলে। সেই দিনাই দিছিং পাৰ হৈ মায়ামৰাই এদিনৰ বাটত কোঠ দিলেহি।[৮]

মৰাণসকলে ৰণজয় হৈ ৰংপুৰৰ ফালে উধাও হৈ আহিল। স্বৰ্গদেৱে ৰংপুৰ এৰি বৰবৰুৱা, মাজুৰিয়াল বৰগোহাঁই, কুঁৱৰগঞা বুঢ়াগোহাঁই, আইকুঁৱৰীদেউসকল আৰু জনচেৰেক বিষয়া আৰু লিগিৰা লিগিৰীৰ সৈতে পলাই সোণাই নৈৰ বাহৰত ৰ'লহি। ১৬৯১ শকৰ আঘোণৰ ৮ দিন যাওতে, ৰাতি। তাৰ পৰা আঁতৰি চিন্তামণি গড়ত আশ্ৰয় লয়গৈ। গড়ৰ অৱস্থা ভাল নাছিল।

ইতিমধ্যে মৰাণ সৈন্য সকলে আহি ৰংপুৰ অধিকাৰ কৰে। স্বৰ্গদেউ আৰু তেওঁৰ পৰিয়ালৰ বিলাই দেখি বৰফুকন, ন-ফুকন আদি বিষয়াসকলে মৰাণক বৰাটোহে ভাল বুলি পৰামৰ্শ দিলে। কিন্তু এই প্ৰস্তাৱৰ প্ৰধান বাধা স্বৰূপ হ'ল কীৰ্ত্তিচন্দ্ৰ। হয়টোবা পৰামৰ্শ মানি লোৱা হ'লে অসম বুৰঞ্জীৰ গতি একেবাৰে বেলেগ হ'লহেতেন কাৰণ, মৰাণ/মায়ামৰা সকলৰ প্ৰধান বৈৰী আছিল কীৰ্ত্তিচন্দ্ৰহে।

এনেদৰে গুনাগথা কৰি থাকোতেই মৰাণসকলে আহি স্বৰ্গদেউক চাৰিওফালৰ পৰা বেৰি ধৰি স্বৰ্গদেৱক বন্দী কৰিলে আৰু বৰবৰুৱাক সপৰিয়ালে বান্ধিলে।

৮ মনিৰাম দেৱান "বুৰঞ্জী বিবেক ৰত্ন"

ইতিমধ্যে ৰংপুৰ নগৰখন স্বৰ্গদেউক বন্দী কৰাৰ আগতেই আহি মৰাণসকলে দখল কৰিলে। নাহৰখোৱা মৰাণৰ পুতেক ৰমাকান্ত ৰজা হ'ল আৰু ৰাঘৱ মৰাণ বৰবৰুৱা হ'ল। বিহ খুৱাই মোহনমালা গোঁহাই আৰু তেওঁৰ পুতেকক মাৰিহে ৰমাকান্ত ৰজা হয়। নাহৰখোৱাৰ প্ৰথম ভাৰ্যা ভাতুকীয়ে ৰাধা আৰু দ্বিতীয় ভাৰ্যা ভাবুলীয়ে ৰুক্মিণী নাম লৈ ৰণচণ্ডী মূৰ্ত্তি ধৰি ৰজাঘৰীয়া সৈন্যৰ লগত যুদ্ধ কৰিছিল আৰু আচল পাতি গুলি বাৰুদ, ছিলৈ আনি ধৰিছিল বুলি জনশ্ৰুতি আছে।

মায়ামৰা গোসাঁইৰ অজ্ঞাতে মোহনমালা গোঁহাই আৰু তেওঁৰ পুত্ৰক মৰাণ বিদ্ৰোহী সকলে বিহ খুৱাই মাৰিলে। তদুপৰি গোসাঁইৰ হাক বচন নামানি ৰাঘৱ বৰবৰুৱাই ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ ৰৰকুঁৱৰী মনিপুৰ ৰজাৰ জীয়ৰী কুৰংগনয়নীক ভাৰ্য্যা কৰি চাঙলৈ নিলে আৰু বৰুৱা, ফুকন আদিৰ এগৰাকী জীয়ৰীকো ভাৰ্য্যা কাৰ নিলে। মুঠতে ৰাঘৱ বৰবৰুৱা উঠি ৰজা বহি ৰজা হ'ল আৰু অষ্টভুজ গোসাঁইৰ হাক বচনো নমনা হ'ল। সমষ্ট বিদ্ৰোহৰ মূলতে ৰাঘৱ নেওগৰ একাগ্ৰতা আৰু ব্যক্তিগত সাহসিকতাই কাম কৰিছিল আৰু সেই গতিকে বিদ্ৰোহ সাফল্যমণ্ডিত হোৱাত ৰাঘৱে বৰবৰুৱা হোৱাৰ লগে লগে নিজৰ স্বেচ্ছাচাৰী চৰিত্ৰ কামে কাজে ফুটাই তুলিলে। লক্ষ্মীসিংহ স্বৰ্গদেৱে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰে সৈতে মায়ামৰা গোসাঁইৰ ওচৰলৈ গৈ আশ্ৰয় বিচাৰিছিল। ৰজা আৰু মন্ত্ৰী দুয়ো বুঢ়াগোসাঁয়ে আশ্ৰয় দিয়াত ৰাঘৱ ক্ৰোধান্বিত হ'ল। গুৰুৰ আগতো স্বৰ্গদেৱে মূৰ নোদোঁৱাত ৰাঘৱে ৰজাৰ পিঠিত চমতাৰে এক্কোৰ মাৰিলে আৰু দুয়োজনকে বলেৰে বাহিৰলৈ উলিয়াই আনি স্বৰ্গদেৱক পূৰ্বৰ দৰে ৰৰদোলত বন্দী কৰি থলে। গুৰুৰ কথা নামানি আশ্ৰিতক এইদৰে নিৰ্যাতন কৰাত বুঢ়াগোসাঁয়ে ৰাঘৱক শপিলে।

ঐশ্বৰ্য্যৰ গৰ্ব্বে তই কুবাস হুংকৰি।
তাৰ ফল পাইবিহি বোলো নিষ্ঠ কৰি॥
বিহুত যে বিহু তোৰ হৈব সৰ্ব্বনাশ।
তই ধূমকেতু সমস্তকে কৈবি নাশ॥
লোহাৰ সঙ্গত অগ্নিয়ে কৰি খায়।
তোৰ লগে আমাসাৰো হৈল সেহি প্ৰায়॥

ৰাঘই অসাধাৰণ ক্ষমতা সম্পন্ন হৈ চাৰিসত্ৰৰ বাদে অন্যান্য মহন্তক আনি বন্দী কৰি ধন ললে আৰু এটকা মহন্তৰ সকলো শিষ্যকে আনি মায়ামৰা গোসাঁইত শৰণ লোৱাবলৈ দিহা কৰিলে। ৰাঘৱৰ এই মইমতালি বুঢ়াগোসাঁয়ে ভাল নাপালে। তেওঁ মাথোন অন্য মহন্তৰ শিষ্যৰ শৰণ নোলোৱা সন্তানকহে শৰণ দিলে আৰু মহন্তসকলক বিবিধ সম্ভাৰ দি নিজ নিজ ঠাইলৈ পঠিয়াই দিলে। ৰাঘৱে ৰাজক্ষমতা পাই মদগৰ্ব্বী অন্ধ হ'ল। নিৰ্মাখিত মায়ামৰা গোসাঁইয়ে ৰাঘৱক দমাব নোৱাৰা হ'ল। যি কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ অত্যাচাৰত ৰাঘৱ বিদ্ৰোহীৰ জন্ম হৈছিল, সেই ৰাঘই বৰবৰুৱা হৈ কীৰ্ত্তিচন্দ্ৰৰ দৰেই অবিবেকী, লোভী, মদগৰ্বী আৰু অত্যাচাৰী হ'ল যাৰ ফলস্বৰূপে শেষত ৰজা ৰমাকান্তৰ ৰাজত্বৰ সামৰণি পৰিল। এজন অত্যাচাৰী বৰবৰুৱাক মাৰিবলৈ গৈ বিদ্ৰোহীৰ মাজৰে পৰা আন এজন অত্যাচাৰী ৰাঘৱ বৰবৰুৱাৰ জন্ম হ'ল —এইয়া হৈছে বুৰঞ্জীৰ পুনৰাবৃত্তি। ৰাঘৱে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা, পুতেক চন্দ্ৰহাস, উষা আৰু পদ্ম সিংহক নচচা শালত দি মাৰিলে।

ৰাঘ বৰবৰুৱাৰ অত্যাচাৰ বাঢ়ি গ'ল। "আউনি আটী, দক্ষিণ পাটক চাৰি হাজাৰকৈ, গড়মুৰ, কুৰুৱাবাহীক দুহেজাৰকৈ আৰু আন আন মহন্তৰ পৰা দুহেজাৰ-এহেজাৰকৈ ধন ডবি ললে। শ-হাজাৰকৈ ৰাজ্যৰ মানুহক পাণৰ মুৰা আগত থৈ আঁঠু কঢ়াই সেৱাৰ অন্তত সবাৰে নাম জয়হৰি, গয়পানি, সাৰঙ্গপাণি, পদ্মপাণি, চক্ৰপাণি

আদি নাম দি একোজনক গাওঁবুঢ়া পাতি খেদি পঠায়। ব্ৰাহ্মণক সন্ধ্যাপূজা, শ্ৰাদ্ধাদি, ঘণ্টাবাদন কৰিবলৈ বাৰণ কৰিলে। চুলি টিকলৈকে বাখিব নোৱাৰা কৰিলে। বৈদিক কৰ্ম পৰিত্যাগ কৰালে।[1] এখন বুৰঞ্জীমতে, ডেকা গোসাঁই সপ্তভূজে বাঘক ক'লে, "বাঘৰ বৰবকৰা, মোক ৰজা পাত" বাঘৰে ক'লে, "তুমি মহন্ত, সাত্বিক ভাৱত প্ৰবৰ্ত্তিব পোৱা। ৰাজপদত থাকিলে অনেকক কাটিব মাৰিব লাগে। এই কাম তোমালৈ ভাল নহয়। তোমাৰ সদধৰ্ম নষ্ট হ'ব। তুমি ধৰ্মতে থাকা। দেৱতা ঈশ্বৰৰ অন্তে তুমিহে আমাৰ সেৱাৰ থলী। আপোনাক কেকোৰা দোলাকে দিও।" এই বুলি এখন নতুন দোলা সজালে ৰংপুৰত। এই বুৰঞ্জীমতে, যেতিয়া খুটিয়া পোতাৰ সত্ৰৰ পৰা বাঘৰ ৰংপুৰলৈ গ'ল, তেতিয়া ডেকামহন্তই "মোক ৰজা নেপাতিলে" বুলি খং কৰি বাঘৰক হত্যা কৰিবলৈ বুলি শগুণমুৰিৰ গোবিন্দ গাওঁবুঢ়াক পাচিলে। লগত দিলে অষ্টৰৰ গাওঁবুঢ়াক। আৰু ক'লে, উগ্ৰসেন, হৰিশ্চন্দ্ৰ, দশৰথ, পৰীক্ষিত এই গাওঁবুঢ়াসকলক চপাই মোৰ আজ্ঞা কৈ ভকতসকলক চপাই ৰণুৱা সাজেৰে সষ্টম হৈ আহি বাঘৰ আৰু নাহৰখোৱাক মাৰি মোক সেৱা কৰকহি। নাহৰৰ পুতেক আৰু সিহঁত সমান ভকত। ভকতৰ লৰা এটাক কি বুলি সেৱা কৰে?" এই কথা অনুসৰি গোবিন্দ গাওঁবুঢ়াই শগুনমুৰি পথাৰত সমবেত হ'ল অস্ত্ৰ শস্ত্ৰ ভলুকা বাঁহৰ টোকোন লৈ। তাতে একোডাল চেকনি এচাৰিৰে কোবাই নাম গায়— "অষ্টভূজে, সপ্তভূজে বাখে" আৰু গায় "পৰজা ঐ জৰৌ বৌৰা। চেকনি ঐ চপাই ধৰা॥" এই বুলি মাটিত গিৰিপ্ গিৰিপ্‌কৈ টোকোন খুন্দিয়াই, টোকোনত চেকনি কোবায়। ইহঁতক চেকনি-কোবোৱা ৰণৰ ৰণুৱা বোলে।

১ মনিৰাম দেৱান "বুৰঞ্জী বিবেক ৰত্ন"

ইতিমধ্যে ৰাজ-পাত্ৰসকলে স্বৰ্গদেউৰ পুনৰ সিংহাসনত বহাবলৈ আলোচনা কৰিলে। আলোচনাত প্ৰকাশ পালে, "আমি ৰণেৰে মৰাণক পৰাজয় কৰিব নোৱাৰোঁ। মটকৰ চেকনি-কোবোৱা বনুৱাৰ ভেশহন ধৰি বহাগৰ বিহুৰ দিনা ৰাজ্যক ধৰিব লাগে। এই কাম মনিপুৰীয়া কুৰঙ্গনয়নীয়েহে সাধিব পাৰিব।" এই উদ্যমত কেইজনক কলিতাই আগভাগ ললে আৰু বুঢ়াগোহাঁই পৰীয়া শইকীয়া ঘনশ্যাম গোহাঁই, বৰগোহাঁই পৰীয়া বাইলুং গোহাঁই এই দুজনক মুখ্য কৰি এই উদ্যমত ভাগ ললে। গোবিন্দ গাওঁবুঢ়াৰ চেকনি কোবোৱা হুচৰি নাচবলৈ ৰজা পক্ষই ৰাঘৱ বৰবৰুৱাৰ ঘৰত হুচৰি গাবলৈ আহিল আৰু কুৰংগনয়নীৰ সহযোগত এই চক্ৰান্ত কাৰ্য্যকৰী হ'ল আৰু ৰাঘৱক বধ কৰিলে। ৰজনাথ দ'লত থকা নাহৰখোৱা আৰু পুতেক ৰমাকান্ত ৰজাক ধৰিবলৈ মানুহ পঠালে। ইতিমধ্যে ৰজা ৰমাকান্ত আৰু নাহৰখোৱা ৰংপুৰ এৰি পলাল। নগৰত মৰাণ মানুহ নাইকীয়া হ'ল। স্বৰ্গদেউ লক্ষ্মীসিংহক দ'লৰ পৰা আনি পুনৰ সিংহাসনত বহালে।

ইয়াৰ পিচত মটক ধ্বংস যজ্ঞ আৰম্ভ হ'ল। প্ৰথমতে নতুনকৈ হোৱা বুঢ়াগোহাঁই ঘনশ্যামৰ আদেশত অষ্টভুজ গোঁসাইৰ সত্ৰ লণ্ড-ভণ্ড কৰিলে। মুনিহ-তিৰোতা হালে হালে সাঙুৰি ব্ৰহ্মপুত্ৰৰ পানীত পেলালে। মায়ামৰা গোসাঁইৰ লৰা-তিৰোতা দুইভতত বান্ধি পেলাই মাৰিলে। অষ্টভুজ গোসাঁই আৰু সপ্তভুজ গোসাঁইক এৰীয়া কাপোৰৰ টোপোলা বান্ধি হাতীৰ পিঠিত পেলাই ৰংপুৰলৈ আনিলে। সত্ৰৰ সোণ-ৰূপ, কাঁহ-পিতল, কাপোৰ-কানি বহুতে নিলে। বাকী থকাখিনি ৰজাৰ ঘৰলৈ পঠিয়ালে। মাত্ৰ এপৰৰ ভিতৰতে বুঢ়াগোহাঁইৰ আদেশত মায়ামৰা সত্ৰ উচ্ছন্ন হ'ল।

দেশৰ চুকে কোণে মায়ামৰা গোসাঁইৰ শিষ্যক বিচাৰিবলৈ

মানুহ পঠালে। সকলোকে নি ৰংপুৰ পোৱাই হালে হালে সাঙুৰি হাতীশালত বন্দী কৰি থলে। স্বৰ্গদেৱক যথাৰীতি জনালে। মায়ামৰা ছয়োজনা গোসাঁইকে সবান্ধৱে সপৰিয়ালে মাৰিবলৈ আদেশ দিলে।

নাহৰখোৰা আৰু পুতেক মটকৰজা ৰমানন্দক টকৌবাৰীত পাই ধৰি-বান্ধি আনি ৰজাৰ আগত ঠিয় কৰিলে। তেতিয়া ৰজাই তেওঁলোকৰ প্ৰাণদণ্ডৰ আদেশ দিলে। মটকৰ সৰু খাটনিয়াৰক আপোনাৰ মাংস আপুনি খোৱা দণ্ড কৰি মাৰিলে। গুৱাহাটীত থকা মৰাণ বিষয়া সকলক আৰু বৰফুকনক মাৰিলে।

লক্ষ্মীসিংহ স্বৰ্গদেউৰ দিনত বিশেষকৈ ঘনশ্যাম বুঢ়া গোহাঁইৰ উদ্যোগত মায়ামৰা সকলক যতেই পালে ততেই ধ্বংস কৰিলে। প্ৰধান বিদ্ৰোহীসকলক কাটি মাৰি শেষ কৰাৰ পিচত মায়ামৰা শিষ্যসকলে জুম বান্ধি থাকিলে বা চলা ফিৰা কৰিলে সকলোকে ধৰি শাস্তি দিলে। আনকি আহোমৰ কোঁৱৰ সকলকো মায়ামৰাৰ যোগ্য হৈ বা অন্য মেধি সহায় লৈ ৰাজপাট খাবলৈ ষড়যন্ত্ৰ কৰিছে বুলি ভাবি শাস্তি দিলে। মটক ৰজা ৰমাকান্তই সেই অলপ দিনৰ শাসনকালতে ন-চুকীয়া মোহৰ মৰালে। ৰাজসভাত মদন বৰকাকতিয়ে ক'লে, "স্বৰ্গদেৱে আঠৰাজৰ মুৰে আঠচুকীয়া মোহৰ মৰালে। এতিয়া সেই ৰজাকো জিনিলে যেতিয়া ন-চুকীয়া মোহৰ মৰাব লাগে। জোখতো অধিক হব লাগে।" সেইৰূপে ডেৰতোলা সোণৰ ন-চুকীয়া মোহৰ মৰালে।

এইদৰে মায়ামৰা বিদ্ৰোহৰ প্ৰথম অগনি নিৰ্বাপিত হ'ল। সামান্য মৰাণৰ লৰা ৰমাকান্তই আহোম স্বৰ্গদেউৰ ইমান দিনে সাধাৰণ লোকৰ স্পৰ্শৰ বাহিৰত থকা সিংহাসনত বহি স্বৰ্গদেউৰ দেৱত্বৰ বিষয়ে মানুহক সন্দিহান কৰালে। মটক বিদ্ৰোহৰ কাৰণ সমূহ বিশ্লেষণ কৰি চালে দেখিবলৈ পোৱা যায় যে এই বিদ্ৰোহত মৰাণ সকলে

আপ ভাপ লৈ মৰাণবে লৰা এজনক স্বৰ্গদেউ পাতিছিল। স্বেচ্ছাচাৰী বিষয়াৰ কাৰ্য্যকলাপৰ ওপৰত স্বৰ্গদেউৰ কোনো কতৃৰ্ত্ব নথকাৰ কাৰণে আৰু এজন ৰাজবিষয়াৰ অনুগ্ৰহতে ৰজা হলো বুলি তেওঁকে উঠি-ৰজা, বহি-ৰজা হৰলৈ দিয়াত মটক বিদ্ৰোহৰ অংকুৰ প্ৰস্ফুটিত হবলৈ পালে। আহোম ৰাজশাসনৰ লাই খুটা স্বৰূপ বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰ গোহাঁই —এই তিনি ৰাজমন্ত্ৰীক কোনো মতে বিশ্বাসত নলৈ স্বৰ্গদেউ লক্ষ্মীসিংহই কেৱল কীৰ্ত্তিচন্দ্ৰৰ কথামতে চলি তেওঁলোকৰ মনত স্বাভাৱিকতেই দুখ দি থৈছিল। গতিকে সংকটৰ সময়তো তেওঁলোকক বিশ্বাসত নোলোৱা হেতুকে কীৰ্ত্তিচন্দ্ৰই যি কয়, যি কৰে তাৰ ফল স্বৰ্গদেৱে ভুগিবলগীয়া হ'ল।

আহোম ৰাজসিংহাসনৰ প্ৰতি মায়ামৰা গোসাঁই আৰু তেওঁৰ শিষ্যসকলৰ বহুদিনৰ পৰাই অনীহা ভাৱ জাগিছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনত মায়ামৰা গোসাঁই নিত্যানন্দদেৱক বেজদলৈ নামৰ এজন ৰাজবিষয়াৰ চক্ৰান্তত স্বৰ্গদেৱৰ আদেশত কটা হয়। নিত্যানন্দদেৱৰ সত্ৰ কাথপাৰত আছিল। দিখৌত শ পাই এগৰাকী বুঢ়ীয়ে পুতেকেৰে সৈতে নি কাথপাৰত পুতি থয়। শিষ্য-প্ৰশিষ্যই তিনি দিনৰ মুৰত বিচাৰি পাই কাথপাৰতে কাষ্ঠ সংস্কাৰ কৰে। সেইদিনাই মায়ামৰা শিষ্যভকতে প্ৰতিজ্ঞা কৰিলে, "মাৰি যাও, মৰি যাও গুৰুৰ ঋণ শুজি যাও।" মটক-বিদ্ৰোহৰ আদি কথা ইয়াতেই'।[১০]

ৰুদ্ৰসিংহৰ পুত্ৰ শিৱসিংহ আছিল স্ত্ৰৈণ আৰু দুৰ্বল চিতীয়া ৰজা। তেওঁৰ দিনতে শাক্ত ধৰ্মই গা কৰি উঠিলে আৰু ৰাজ-আদেশত শাক্ত ধৰ্মই প্ৰজাৰ মাজতো বিস্তাৰ হব ধৰিলে। শিৱসিংহৰ পত্নী

১০ মনিৰাম দেৱান "বুৰঞ্জী বিবেক ৰত্ন"

ফুলেশ্বৰী কুঁৱৰীও শাক্ত আছিল। শিৱসিংহই কৃষ্ণৰাম ভট্টাচাৰ্য্যৰ শৰণ লৈছিল আৰু ৰাজকাৰেণ্ডত শাক্তধৰ্মৰ প্ৰৱেশ ঘটাইছিল, যিটো কথা আহোমৰ পূজাৰী-পণ্ডিত, দেওধাই, বাইলুঙ সকলে একেবাৰে পছন্দ কৰা নাছিল। ফুলেশ্বৰী আহোম নোহোৱা গতিকে আহোমৰ আদি ধৰ্মৰ প্ৰতি তেওঁৰ কোনো আনুগত্য নাছিল আৰু শাক্তধৰ্ম ৰাজধৰ্ম গতিকে সকলো প্ৰজা শাক্ত হব লাগিব—এনে চিন্তা-চৰ্চাৰে কাম কৰিছিল আৰু এই চিন্তাত শাক্ত গোসাঁই কৃষ্ণৰামে যথেষ্ট অৰিহণা যোগাইছিল। স্ত্ৰী-বুদ্ধি প্ৰলয়ংকৰী এই সত্য প্ৰতিষ্ঠিত হৈছিল যেতিয়া বৰৰজা ফুলেশ্বৰীয়ে সকলো গোসাঁই-মহন্তক বলিকটা ছাগলী আৰু ম'হৰ তেজেৰে কপাল ৰঙা কৰি ফোট দি নগুৰ-শাস্তি কৰিছিল। সকলোৱে সহ্য কৰিলেও মায়ামৰা গোসাঁই চতুৰ্ভূজদেৱে এই অপমান সহ্য কৰিব পৰা নাছিল আৰু গুৰু-প্ৰাণ মায়ামৰা শিষ্য-প্ৰশিষ্যই গুৰুৰ এনে অপমানক মৰণতুল্য জ্ঞান কৰি প্ৰতিশোধৰ কথা মনে মনে চিন্তা কৰিছিল। বৰজনা ফুলেশ্বৰীয়ে বৈষ্ণৱ মহন্তসকলৰ মাহাত্ম্য পৰীক্ষা কৰিবলৈ গৰ্ভৱতী অৱস্থাত মহন্তসকলক তেওঁৰ লৰা হবনে ছোৱালী হব সুধিছিল। তেতিয়া মায়ামৰা গোসাঁই চতুৰ্ভূজ মনে মনে আছিল। কাৰণ তেওঁ আছিল বাকসিদ্ধ পুৰুষ, মনত আছিল অপমানৰ কথা। গতিকে গোসাঁয়ে কিবা কলেই অভিশাপহে হ'ব বুলি ভাবি তেওঁ একো কোৱা নাছিল। ফুলেশ্বৰী কুঁৱৰীয়ে গৰ্বিত বচন বোলাত বাৰে বাৰে গোসাঁইক সুধি থকাত মায়ামৰা গোসাঁইৰ মুখৰ পৰা এই অভিশাপ ওলাইছিল, "কুঁৱৰীৰ গৰ্ভত লোপখোপ কেমোৰা এটিৰ উদ্ভৱ হৈছে আৰু সেই প্ৰসৱৰ যন্ত্ৰনাত কুঁৱৰীৰ প্ৰাণ বিয়োগ হ'ব।" এই কথা শুনি কুঁৱৰীয়ে খণ্ডত একো নাই হৈ চাওডাঙৰ হাতত গোসাঁইক গটাই দিলে। তেতিয়া শাক্ত গুৰু কৃষ্ণৰামে সেইকালে যাওঁতে কাটিবলৈ নিয়া চতুৰ্ভূজদেৱক দেখা

পাই তেওঁৰ বদনশ্ৰী দেখি আৰু গুণ-গৰিমাৰ সন্তোষ পাই নিজ শিষ্য শিৱসিংহক বুজাই মায়ামৰা গোসাঁইক বন্দীত্বৰ পৰা মোকোলাই মান-সংকাৰ কৰি নিজ ঠাইলৈ পঠিয়াই দিলে। মায়ামৰা গোসাঁইৰ ভৱিষ্যত বাণী মতে ফুলেশ্বৰী কুঁৱৰীৰ প্ৰসৱ হ'ল আৰু সি নৰাকৃতি শিশু নহৈ কিবা এটা কিম্ভূত কিমাকাৰহে হ'ল আৰু অনেক ললাট ভুঞ্জি বৰৰজা ফুলেশ্বৰীৰ মৃত্যু হয়। ফুলেশ্বৰীৰ মৃতদেহ চৰাইদেও দেওশালৰ দক্ষিণে মৈদাম দিলে। মৈদামৰ কাষতে দিজৈখনা নামৰ জানটোৰ উৎপত্তিস্থল। সেই মৈদামৰ পৰা বহুত দিনলৈকে মাখি-পোক ওলাই দিজৈখনাইদি উটি গৈছিল। বৰৰজা ফুলেশ্বৰীৰ এনেদৰে পৰিসমাপ্তি ঘটিল যদিও মায়ামৰা বিদ্ৰোহৰ দ্বিতীয় অংকুৰ তেওঁৱেই সিচি থৈ গ'ল।

বাঘৰ মৰাণ আৰু নাহৰখোৱা মৰাণৰ নেতৃত্বত হোৱা মায়ামৰা বিদ্ৰোহৰ যদিও তৎকালিন কাৰণ বাঘৰ মৰাণক কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই অনাহকতে কৰা অত্যাচাৰ, কিন্তু মৰাণসকলৰ বিদ্ৰোহী হোৱাৰ অন্যতম কাৰণ সেইকালৰ আহোম শাসনৰ মৰাণ অঞ্চলৰ ওপৰত থকা শিথিল অনুশাসনতে নিহিত হৈ আছে বুলি ধাৰণা কৰিব পাৰি। আহোম শাসন কালত মৰাণসকলে কোনো কৰকাটল সোধাব নেলাগিছিল, মাত্ৰ খেল অনুসৰি ৰজাৰ ঘৰত বস্তু-বাহানিৰ যোগান ধৰিছিল। হাতী, ঢাৰি, ৰং, মৌ আদি যোগান ধৰিবলৈ বিভিন্ন খেল আছিল। তদুপৰি তেওঁলোকে বৰবৰুৱা, ফুকন আদি বিষয়াৰ জৰিয়তে বস্তু বাহানিৰ যোগান ধৰিছিল। এই বস্তুবোৰ যিহেতু হাবিৰ পৰা সংগ্ৰহ কৰিব লাগে, গতিকে হাবিতলীয়া, কাকতলীয়া অঞ্চলতে মৰাণসকলে বসবাস কৰিছিল। আদিতে আহোম স্বৰ্গদেউ চুকাফাই মৰাণসকলৰ লগত বন্ধুত্বপূৰ্ণ ব্যৱহাৰ কৰিছিল আৰু বিয়া বাৰুৰ যোগেদি নিবিড় সম্পৰ্ক স্থাপন কৰিছিল। গতিকে

মৰাণসকলৰ ওপৰত কৰ-কাটলৰ হেচা নাছিল। তদুপৰি বিষয়াসকলৰ মৰাণ অঞ্চলত থকা খাটসমূহত পোন পটীয়াকৈ কতৃত্ব থাকিলেও ইমান দূৰৰ পৰা তেওঁলোকে কটকটীয়া শাসন চলাব নোৱাৰিছিল। গতিকে মৰাণসকল খেলদাৰ আৰু গাওঁবুঢ়াসকলৰ দ্বাৰাহে পৰিচালিত আছিল আৰু প্ৰয়োজনৰ সময়তহে বিষয়াসকলে তেওঁলোকৰ সহায় বিচাৰিছিল। হাতী ইত্যাদি যোগান ধৰা কামত তেওঁলোক সময়মতে কৰ্ত্তব্য পালন কৰিছিল। এনে অৱস্থাত মৰাণসকল স্বতন্ত্ৰীয়া হৈয়েই আছিল। বাকী অঞ্চলত যেনেদৰে প্ৰতিজন পাইক (সাধাৰণ প্ৰজা)ৰ হিচাব আছিল. মৰাণসকলৰ ক্ষেত্ৰত খেলদাৰসকলেহে হিচাব ৰাখিছিল। গতিকে ৰাঘৱ নেওগ আৰু নাহৰ শইকীয়াৰ দৰে লোক সেই অঞ্চলত খেলপ্ৰধান আৰু নিজৰ এলেকাত গুৰুত্বপূৰ্ণ বিষয়া হিচাবে আছিল আৰু এনে গুৰুত্বপূৰ্ণ বিষয়াৰ নিজৰ অধীনত থকা লোকসকলৰ ওপৰত যথেষ্ট কতৃত্ব আছিল। গতিকে আহোম বিষয়াসকলে তেওঁলোকৰ জৰিয়তেহে মৰাণ অঞ্চল নিজৰ কৰ্তৃত্বত ৰাখিছিল। এনে মুৰব্বীলোকে যে অতি কম সময়তে লোক নিয়ন্ত্ৰণ কৰি ৰজাৰ বিৰুদ্ধেও যাব পাৰে তাৰ দৃষ্টান্ত ৰাঘৱ মৰাণ আৰু নাহৰ খোৱা মৰাণেই দিছে।

মায়ামৰা বিদ্ৰোহৰ অন্যতম কাৰণ হিচাবে আহোম স্বৰ্গদেউসকলৰ দিনত বিভিন্ন সত্ৰ আৰু ধৰ্মাধিকাৰীসকলে প্ৰজাৰ ওপৰত সমান্তৰাল শাসন চলোৱাৰ কথালৈ উন্মুকিয়াব পাৰি। চাৰি সত্ৰ আৰু অন্যান্য বৈষ্ণৱ সত্ৰসমূহে প্ৰজাৰ ওপৰত সম্পূৰ্ণ কৰ্তৃত্ব ৰাখিছিল। গুৰুৰ প্ৰতি হনুমন্তী কাঠাই শিষ্যসকলক গুৰুৰ বাক্যই ঈশ্বৰৰ বাক্য বুলি মানি চলাৰ প্ৰৱনতা আনি দিছিল। গতিকে ৰজাৰ আদেশতকৈ গুৰুৰ বাক্যহে বেছি পালনীয় —এনে মানসিকতা কেৱল কালসংহতিৰ সেৱকসকলৰ মাজতেই নহয়, সকলো বৈষ্ণৱ সত্ৰৰ ভকতসকলৰ মাজত

কম-বেছি পৰিমাণে গঢ়ি উঠিছিল। গতিকে এক সামন্তৱিক শাসন-প্ৰণালীয়ে ৰাজশাসন লাহে লাহে দুৰ্বল কৰি তুলিছিল।

মায়ামৰা গোসাঁইসকলৰ শিষ্যৰ ওপৰত সম্পূৰ্ণ কৰ্তৃত্ব আছিল। স্বৰ্গদেউ গদাধৰ সিংহৰ দিনত মায়ামৰা গোসাঁইৰ নিধন, ৰুদ্ৰসিংহৰ দিনত নিত্যানন্দদেৱৰ হত্যা, চতুৰ্ভুজ গোসাঁইক শিৱসিংহ স্বৰ্গদেউৰ দিনত কৰা অপমান আদিয়ে অষ্টভুজ গোসাঁইৰ দিনৰে পৰা মায়ামৰা শিষ্যসকলৰ মাজত আকোৰ-গোজ ভাৱ আনি দিছিল আৰু "আমি অন্যতকৈ পৃথক" এই ভাৱ আনি দিছিল। এই ক্ষেত্ৰত গোসাঁই, ডেকা-গোসাঁইসকলে এক পৃথক পৰিচয় অটুট ৰাখিবলৈ শিষ্যসকলক অনুপ্ৰাণিত কৰিছিল। গতিকে শিষ্যসকলৰ মাজত গুৰুৰ নিৰ্দেশত এক পৃথকীকৰণৰ (Regimentation) ভাৱ আহি পৰিছিল।

গতিকে মায়ামৰা সকলে জাত-পাতৰ বিভেদ পাহৰি এক পৃথক ধৰ্মীয় সম্প্ৰদায়ৰ পৰিচয় দিছিল। একে আহোম-মায়ামৰাই অন্যান্য আহোমৰ লগত খোৱা-বোৱা, বিয়া-বাৰু কম কৰা হৈছিল। গুৰুৰ নিৰ্দেশত অন্যান্য জাতৰ মায়ামৰাৰ লগত সামাজিক আদান-প্ৰদান কৰিছিল। শিষ্যসকলক দিয়াৰ দৰে নতুন পোচাক, নতুন শপথ ইত্যাদি দিয়া নাছিল যদিও এক মায়ামৰা পৰম্পৰা পৃথকভাৱে গঢ়ি উঠাৰ সত্য স্বীকাৰ নকৰি নোৱাৰি। এনে দৰে মায়ামৰা সকলৰ মাজত এক 'Regimentation' ধৰ্মৰ নামত গঢ়ি উঠিছিল আৰু জাত-পাতৰ বিভেদ অৰ্থহীন হৈ পৰিছিল মায়ামৰা সমাজত।

স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ দিনৰে পৰা বুঢ়া-গোহাঁই, বৰগোহাঁই, বৰপাত্ৰ গোহাঁই —এই তিনি ঘাই খুটাৰ ওপৰত আহোম ৰাজশাসন নিৰ্ভৰ নকৰি কেৱল বৰবৰুৱাৰ ওপৰত নিৰ্ভৰ কৰাটো মায়ামৰা বিদ্ৰোহৰ অন্য এক পৰোক্ষ কাৰণ। আহোম ৰাজশাসন স্বৰ্গদেউ চুকাফাৰ দিনৰে পৰা উমৈহতীয়া দায়বদ্ধতাৰ ওপৰত নিৰ্ভৰশীল

আছিল। কিন্তু এই পৰম্পৰা ভংগ কৰিছিল বৰ্গদেউ ৰাজেশ্বৰ সিংহ আৰু বৰ্গদেউ লক্ষ্মীসিংহৰ দিনৰে পৰা। পাছতে এজন মন্ত্ৰীৰ ওপৰতে ৰাজশাসন নিৰ্ভৰশীল হোৱাত স্বাভাৱিকতে শাসন স্বৈৰাচাৰী হ'বলৈ ধৰিলে। পাছতে যাই মন্ত্ৰীসকলে এনে ধৰণৰ স্বৈৰাচাৰৰ পৰিপন্থী হৈছিল আৰু বিদ্ৰোহৰ সময়ত নিষ্ক্ৰিয় ভূমিকা গ্ৰহণ কৰিছিল।

আটাইতকৈ ডাঙৰ কাৰণ আছিল নাম-অপৰাধ। এজন মায়ামৰা শিষ্যই আন এজন মায়ামৰা শিষ্যক আনকি আঙুলি দেখুৱাইও খং-ৰাগ বা কাজিয়া কৰিব নোৱাৰে। কাৰণ শৰণ লোৱাৰ পিচত ভেঁকৰ নতুন নাম দিয়া হয় আৰু শ্ৰীকৃষ্ণৰ সহস্ৰ নামৰ পৰাই এটি নাম দিয়া হয়, যেনে মধাই নামৰ লোক এজনে শৰণৰ পিচত নাম পায় মধুসূদন ইত্যাদি। গতিকে শৰণীয়া লোকক মৰাটো ভগৱানৰ প্ৰতি অপৰাধ কৰা যাক নাম অপৰাধ বুলি ধৰা হয়। গতিকে ৰাঘৱ মৰাণ আৰু নাহৰখোৱা মৰাণ নামৰ দুয়ো ভকতক কীৰ্ত্তিচন্দ্ৰই শাস্তি দি নাম-অপৰাধ কৰিছিল। তদুপৰি ডেকা মহন্তক বেত্ৰাঘাত কৰিও নাম-অপৰাধ তথা গুৰুৰ প্ৰতি অপৰাধ কৰিছিল। গতিকে ৰজাঘৰৰ পৰা কৰা অপৰাধৰ বোজা মায়ামৰাসকলৰ মনত দিনে দিনে বাঢ়ি গৈছিল। সেয়েহে বৈষ্ণৱ ভকতেও হাতত অস্ত্ৰ-শস্ত্ৰ ধাৰণ কৰিবলগীয়া হৈছিল।

অৱশ্যে শেষৰ পৰ্যায়ত অন্যান্য প্ৰজাইও মায়ামৰা বিদ্ৰোহত অংশ গ্ৰহণ কৰিছিল। এই কথাই বহুতৰে মনত মায়ামৰা বিদ্ৰোহক প্ৰজা-বিদ্ৰোহ বুলি অভিহিত কৰিবলৈ অনুপ্ৰেৰণা জগাইছে। কিন্তু প্ৰকৃততে এই বিদ্ৰোহক শোষিত শ্ৰেণীৰ শোষক শ্ৰেণীৰ প্ৰতি কৰা বিদ্ৰোহ বুলি অভিহিত কৰিব নোৱাৰি। □

— x —

# ৭ম অধ্যায়

## ॥ মৰাণ-মটক ৰাজ্য ॥

আগতেই কৈ অহা হৈছে, আহোমৰ ৰাজপাটত "সামান্য মৰাণৰ লৰা" ৰমাকান্তই দপ্‌দপাই বহি প্ৰবল-প্ৰতাপী ৰাঘৱ বৰবৰুৱাৰ ছত্ৰছাঁয়াত ১৭৬৯ চনৰ নবেম্বৰ মাহৰ পৰা ৰজা হ'ল। তৰুণ্যে তাৰ আগতে বিদ্ৰোহী মৰাণ-মটকে মোহনমালা গোহাঁইক বিনা কাৰণত মাৰিলে। আহোম কোঁৱৰ চাৰু সিংহ আৰু বৰ্গেশ্বৰকো বিহ দি মাৰিলে। নতুন ৰাজ্যশাসন প্ৰক্ৰিয়াত বিদ্ৰোহীসকলে আহোম ৰাজ শাসনৰে আৰ্হি ল'লে। বুঢ়াগোহাঁই, বৰগোহাঁই আৰু বৰপাত্ৰ গোহাঁই আদি মুখ্য বিষয়বৰীয়া মায়ামৰাৰে পাতিলে।[১] কতুমান কালুগঞা হাজৰিকাক বৰফুকন পাতিলে আৰু আন সকলো বিষয়া মটক মৰাণৰে হ'ল।

১ তুংখুঙীয়া বুৰঞ্জী-পৃঃ ৬৬ (১৯৬৩ চনত সম্পাদিত)

১ "The son of one Railungia Buragohain family was made Buragohain. The son of Sadiyakhowa Gohain of Garudharia Buraguhain family was made Barpatra Gohain The Marangikhowa Gohain of Miri Sandikai family was made Borgohain. Kaduman Kalugaya Hazarika, the grandson of Gomla was made Burphukan............ The Morans and the Ghungis made Nahar, the Raja of Namrup." Ahom Buranji by Gopal Ch. Barua

মৰাণৰ লৰা ৰমাকান্ত ৰজা হ'ল। ৰাধা আৰু ৰুক্মিণীক যথেষ্ট সন্মান দেখুওৱা হ'ল। ৰমাকান্তই আহোমৰ আঠচুকীয়া মোহৰৰ ঠাইত নচুকীয়া মোহৰ মৰালে। ৰমাকান্ত আহোমৰ ঘৰৰ তাৰিমুৰা ভাণ্ডাৰী বৰুৱাৰ কন্যাক বিয়া কৰিলে আৰু ৰজা হৈয়েই বুঢ়াগোসাঁইৰ সত্ৰলৈ গৈ সেৱা জনাই আশীৰ্ব্বাদ ল'লে।

মটক বিষয়া আৰু নেতৃবৃন্দই এক সভা আহ্বান কৰি লক্ষ্মীসিংহ স্বৰ্গদেউ আৰু বিভিন্ন আহোম বিষয়া সকলক কি কৰা যাব, তাৰ বিষয়ে আলোচনা কৰিলে। উক্ত সভাত ভোলাই[২] নামৰ এজন নেতাই সকলোকে মৃত্যুদণ্ড দিয়াৰ প্ৰস্তাৱ দিলে আৰু সকলোৱে তাত সন্মতি দিলে। ৰজা, বৰবৰুৱা সকলোকে বুঢ়াগোসাঁইৰ আগত উপস্থিত কৰালে। বাঘৰ বৰবৰুৱাই বুঢ়াগোসাঁইৰ আগতে ৰজাৰ গাত হাত দিয়াত বুঢ়াগোসাঁয়ে বাঘৰক শাপ দিলে:

"ঐশ্চৰ্যৰ গৰ্বে তই ধূৰস হুংকৰি।
তাৰ ফল পাইবিহি কৈলো নিষ্ঠ কৰি॥
বিহুত যে বিছু তোৰ হৈব সৰ্বনাশ।
তই ধুমকেতু সমস্তকে কৈবি নাশ॥
লোহাৰ সংগত অগনিয়ে বাৰি খায়।
তোৰ লগে আমাসাৰো হৈব সেহি প্ৰায়॥"

এনেদৰে ভবিষ্যত দ্ৰষ্টা অষ্টভূজ গোসাঁয়ে বাঘৰ বৰবৰুৱা আৰু

২ "The deposed king should permanently be removed. The Ahom Dangarias, the Phukans, the Rajkhowas, Hazarikas and the Saikias were plundering and devostating the country." —Bholai

"Ahom Burangi" —G Barua

নিজৰ মৃত্যু যে সনাগত তাকে প্ৰকাশ কৰিছিল।

বুঢ়াগোসাঁয়ে স্বৰ্গদেউক বন্দী কৰা কথাটো বহুতেই ভাল পোৱা নাছিল। প্ৰকৃততে স্বৰ্গদেউৰ জীৱন দান দি বুঢ়াগোসাঁয়ে নিজৰ মৃত্যুকে মাতি অনাৰ দৰে হৈছিল। মৰাণ-মটক নেতৃবৃন্দই স্বৰ্গদেউ জীয়াই থাকিলে ভৱিষ্যতে নিশ্চয় ৰাজ্য লাভ কৰিবৰ বাবে প্ৰচেষ্টা চলাব, এই সত্যক ভালকৈ জানিয়েই স্বৰ্গদেউক মৃত্যুদণ্ড দিয়াৰ সিদ্ধান্ত কৰিছিল। কিন্তু গুৰুৰ বাক্যতে আৰম্ভ হোৱা মায়ামৰা বিদ্ৰোহৰ ফলশ্ৰুতি স্বৰূপে ৰমাকান্ত ৰজা হ'ল এতিয়া গুৰু বাক্য অমান্য কৰাৰ ধৃষ্টতা গুৰু-প্ৰাণ মৰাণ-মটক নেতৃবৃন্দৰ নাছিল। গতিকে লক্ষ্মীসিংহক বন্দী কৰি ৰখা হ'ল, মৰাণ ৰজাৰ ভৱিষ্যত অনিশ্চিত কৰি। মায়ামৰা গোসাঁই ৰংপুৰলৈ আহোঁতে তেতিয়াৰ উঠি-ৰজা বহি ৰজা ৰাঘৱ বৰবৰুৱাই সকলো লোকক মায়ামৰা গোসাঁয়ে শৰণ দিব লাগে বুলি প্ৰস্তাৱ ৰাখিলে। কিন্তু মায়ামৰা গোসাঁয়ে অন্য গোসাঁয়ে শৰণ নিদিয়া লোক সকলকহে শৰণ দিলে। নতুনকৈ শৰণ দিয়া লোকসকলক নতুন ভকত নাম দিলে। *কিন্তু অন্য এখন বুৰঞ্জীত এই বুলিহে আছে, —"আক মোৱামৰীয়া মহন্তে এনে নিবন্ধ কৰিলে, চহৰৰ সামান্য মানুহ যুথে যুথে অনাই শৰণ লগালে। মানুহটি মূৰি এটি এটি পান দি ভকত হ'ব লাগে। এই ক্ৰমে দুই মাহলৈ লোকসকলক ভকত কৰালে।"

ৰাঘৱ বৰবৰুৱা অসাধাৰণ ক্ষমতাপন্ন হৈ চাৰিসত্ৰৰ বাদে অন্যান্য মহন্তক আনি বন্দী কৰি ধন ল'লে আৰু এটকা মহন্তৰ

* তুংখুঙীয়া বুৰঞ্জী—পৃঃ ৬৬ ছেদ-১২৬

সকলো শিষ্যক আনি মায়ামৰা গোসাঁইত শৰণ লবলৈ দিহা কৰিলে। কিন্তু গোসাঁই মান্তি নহ'ল। ব্ৰহ্মসংহতিৰ সকলো সত্ৰাধিকাৰকে বন্দী কৰি ৰখা হ'ল আৰু আউনিআটি আৰু দক্ষিণপাট সত্ৰৰ সত্ৰাধিকাৰৰ পৰা ৮,০০০ টকাকৈ আৰু গড়মূৰ আৰু কুৰুৱাবাহী সত্ৰাধিকাৰৰ পৰা ৪,০০০ টকাকৈ দণ্ড ল'লে। অন্যান্য সত্ৰৰ সত্ৰাধিকাৰৰ পৰাও বল হিচাবে অৰ্থদণ্ড ল'লে। এই সত্ৰসমূহে স্বৰ্গদেউ লক্ষ্মীসিংহৰ শাসন কালত মায়ামৰা গোসাঁই আৰু তেওঁৰ শিষ্যবৰ্গক নিৰ্য্যাতন কৰিবলৈ সদায়ে উচটাই থকাৰ বাবেই আৰু মৰাণ-মটকৰ বিৰুদ্ধে স্বৰ্গদেউ লক্ষ্মীসিংহক সহায়-সহযোগ কৰাৰ বাবেই ৰাঘৱ বৰবৰুৱাই এনে অৰ্থদণ্ড লোৱাৰ মূল কাৰণ আছিল বুলি ভাবিবৰ অৱকাশ আছে। এনে এক অবিবেচকী কাম কৰাত সকলো অ-মায়ামৰা সত্ৰ সেই সত্ৰসমূহৰ শিষ্য-প্ৰশিষ্যসকল যি সকল অসমীয়া প্ৰজাই চাৰিসত্ৰক সদায় উচ্চ আসন দিছিল—মায়ামৰা গোসাঁই তথা নতুন মৰাণ-মটক ৰাজত্বৰ প্ৰতি স্বাভাৱিকতে বিদ্বেষী হৈ পৰিছিল আৰু মনে মনে মায়ামৰা সত্ৰ আৰু মটক-মৰাণক অসমীয়া সমাজৰ পৰা বহিস্কৃত কৰিছিল আউনিআটি সত্ৰৰ সত্ৰাধিকাৰৰ নাক-কান আৰু চকু ক্ষত কৰাত অ-মায়ামৰীয়া প্ৰজা যথেষ্ট উত্তেজিত হৈছিল আৰু মায়ামৰীয়াৰ প্ৰতি বেয়া ভাব পোষণ কৰিছিল।

মৰাণ ৰজা ৰমাকান্ত নামতহে ৰজা আছিল। ৰাঘৱ বৰবৰুৱাৰ অনুগ্ৰহত তেওঁ ৰজা হৈছিল বুলি জানি ৰাজ্যশাসনৰ সকলো দায়িত্ব বৰবৰুৱাৰ ওপৰতেই ন্যস্ত কৰিছিল। বৰবৰুৱা আছিল শাসনত অনভিজ্ঞ আৰু একছত্ৰী ক্ষমতা পাই বাকী ৰাজমন্ত্ৰী কেইজনক নোসোধাকৈয়ে এনেবোৰ অবিবেচকী আৰু নতুন ৰাজত্বৰ প্ৰতি প্ৰজাক বিদ্ৰোহী কৰি তোলা কাম কৰিছিল। ইতিহাসৰ শিক্ষাক আওকান

কৰি কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ দৰে ক্ষমতালোভী, সকলোকে অলপতে শত্ৰু কৰি লব পৰা বদগুণ, আৰু অন্য তিৰোতাৰ প্ৰতি আসক্তি ইত্যাদি বেয়া কৰ্মৰাজি ৰাঘৱ বৰবৰুৱাই কৰিবলৈ ল'লে। অ-মায়ামৰা সত্ৰৰ গুৰুসকলক নিজৰ ফলীয়া কৰা দূৰৰ কথা তেওঁলোকক শত্ৰুহে কৰি ল'লে। কাৰো কথা নুশুনা, কাৰোবে পৰামৰ্শ নমনা, ৰাজকাৰ্য্যত অনভিজ্ঞ ৰাঘৱ বৰবৰুৱাই গোসাঁইৰ কথা আওকান কৰি বহুতো আহোম বৰুৱা, ফুকন আদিৰ কন্যা বিবাহ কৰি নিজৰ হেৰেম গুৱনি কৰিলে। লক্ষ্মীসিংহৰ পত্নী মণিপুৰ ৰজাৰ কন্যা কুৰঙ্গনয়নীকো লোকচক্ষুত হ'লেও তিৰোতা কৰি ৰাখি অতি অন্যায় কাম কৰিলে। প্ৰকৃততে কুৰঙ্গনয়নীয়ে বুদ্ধিৰে নিজা সতীত্ব ৰক্ষা কৰিব পাৰিছিল। ৰাঘৱ বৰবৰুৱা এশ ভাৰ্য্যাৰ স্বামী হৈছিল। আনকি কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ পত্নীকো নিজৰ কৰি ল'লে। স্বৰ্গদেউ লক্ষ্মীসিংহই নিজৰ কন্যাক তেওঁলৈ বিয়া দিব বুলি কোৱাৰ লগে লগে যি লক্ষ্মীসিংহক বধ কৰিবলৈ নেপাই মায়ামৰা গোসাঁইৰ ওপৰত অসন্তুষ্ট হৈছিল, সেই লক্ষ্মীসিংহ স্বৰ্গদেউক সকলো ধৰণৰ ৰক্ষণাবেক্ষণ দিবলৈ ধৰিলে।[৪] তদুপৰি মৰাণ-মটক বিদ্ৰোহৰ প্ৰধান হোতা হিচাবে ৰমাকান্তৰ পৰা ৰাজগাদী বিচাৰি ৰাঘৱে ৰজা হ'বলৈ বিচাৰিলে। ৰমাকান্ত এই কথাত মান্তি নহ'ল। এনেবোৰ কাৰণতে বিশেষকৈ অ-মায়ামৰা গোসাঁই

৪ "Now the deposed Phukans, the Barua's, the Rajkhowas and the Saikias plundered the villages at their pleasure so the country was in great disorder."

—Ahom Buranji by Golap Barua

সকলক অপমান কৰা কাৰ্য্য আৰু ৰাৱে তাৰে কন্যা আনি নিজৰ ঘৰ শুৱনি কৰাৰ প্ৰবৃত্তিয়ে অলপ দিনতে সাধাৰণ প্ৰজাক নতুন ৰাজঘৰ প্ৰতি তিক্ত কৰি তুলিলে। ৰাঘৱে নিজেই ৰজা হ'বলৈ বিচাৰিছে বুলি শুনি মায়ামৰা গোসাঁয়ে ৰাঘৱৰ ফলীয়া লোকসকলক সত্ৰৰ পৰা বাহিৰ কৰি দিলে। ৰাঘৱ অত্যন্ত বিচক্ষণ বুদ্ধিৰ আছিল যদিও মাইকী মানুহৰ প্ৰতি দুৰ্বলতাই ৰাজ্যশাসনত প্ৰধান অন্তৰায় হৈ পৰিল আৰু গুৱাহাটী আদি ঠাইত মায়ামৰীয়া শাসন কটকটীয়া নকৰাকৈয়ে এনেদৰে ক্ষমতালিপ্সু আৰু নাৰীলিপ্সু হৈ ৰাজ্যশাসনৰ স্বাৰ্থ জলাঞ্জলি দিয়াত পুনৰ আহোম ৰাজত্ব প্ৰতিষ্ঠিত হ'ল। স্বৰ্গদেউ লক্ষ্মীসিংহ পুনৰ ৰজা হৈয়েই যি বিলাক অ-মায়ামৰীয়াক জোৰ কৰি মায়ামৰীয়া কৰা হৈছিল তেওঁলোকক স্বৰ্গদেৱে প্ৰায়শ্চিত্ত হৈ পুনৰ নিজ নিজ ধৰ্মত ভুক্ত হ'বলৈ ক'লে। প্ৰচলিত জনশ্ৰুতি মতে মোৱামৰীয়া মহন্তই জোৰকৈ যি সকল লোকক শৰণ-ভজন দিয়াইছিল অৰ্থাৎ মায়ামৰা মহন্তৰ 'নতুন ভকত' হৈছিল, সেইসকলক বলতেই ৰাজ আজ্ঞা পৰিহাৰ কৰি মায়ামৰা মহন্তৰে শিষ্য হৈ থাকিল। তেওঁলোকক 'নতুন ভকত' বুলি কোৱা হয়। ইয়াৰ বিপৰীতে পূৰ্ব্বৰে পৰা-মায়ামৰা মহন্তৰ শিষ্য হৈ থকা সকলে নিজকে 'পুৰণি ভকত' বুলি চিনাকি দিয়া হ'ল। গতিকে মায়ামৰীয়া অ-মায়ামৰীয়াৰ সামাজিক বিভেদ তেতিয়াৰে পৰা আৰম্ভ হ'ল আৰু মায়ামৰীয়া, মৰাণ আৰু মটক —এই আটাইকেইটা শব্দই অন্যান্য অসমীয়াৰ বাবে "সমাজচ্যুত", "সমাজ বহিভূত" এই অৰ্থ কৰা হ'ল। এই কথা অতি পৰিতাপৰ যে স্বৰ্গদেউ শিৱসিংহৰ দিনত মায়ামৰীয়া গোসাঁইৰ ওপৰত জোৰকৈ দেৱী-পূজাৰ ফোঁট দিয়াৰ বাবে বৰৰাণী ফুলেশ্বৰীয়ে পোন প্ৰথমবাৰৰ বাবে ধৰ্মত হাত দিলে। কিন্তু কালৰ কুটিল গতিত মায়ামৰীয়া গোসাঁই অষ্টভূজে ৰাঘৱ বৰবৰুৱাৰ প্ৰৰোচনাত

পৰি ৰৰবাণী ফুলেশ্বৰীয়ে কৰা ভুলকে দোহাৰিলে আৰু তাৰ ফলস্বৰূপে মোৱামৰীয়া বা মায়ামৰীয়া গোসাঁই, তেওঁৰ শিষ্য মৰাণ-মটক সকল অসমীয়া সমাজৰ পৰা সমাজচ্যুত আৰু অস্পৃশ্য হ'ল। তদুপৰি স্বৰ্গৰ পৰা নামি অহা স্বৰ্গদেউৰ ৰাজ সিংহাসনত সামান্য মৰাণৰ লৰাই বহি "অপবিত্ৰ" কৰাৰ ৰাজদ্ৰোহত মৰাণ-মটক মোৱামৰীয়া সকলোকে দোষী সাব্যস্ত কৰি অ-মায়ামৰীয়া অসমীয়া সমাজে তথা ৰজাঘৰে মৰাণ-মটক মোৱামৰীয়াৰ ধ্বংস যজ্ঞত লিপ্ত হ'ল। মৰাণ মটক বাকে য'তে পালে মাৰিলে। এনেদৰে মৰাণৰ প্ৰথম ৰজাৰ ৰাজ্যশাসনে অসমীয়া সমাজত মৰাণ-মটকক অস্পৃশ্য কৰি তুলিলে। হাবিয়ে-জংঘলে, পাহাৰে-পৰ্বতে যি সকল মায়ামৰীয়াই জীৱন ৰক্ষা পাবলৈ থাকিলগৈ, তেওঁলোকহে থাকিল। মৰাণ সকল নিজ নিজ ঘৰলৈ আহি হাবিয়ে-জংঘলে লুকাই থাকিল ; যদিও মৰাণবো বিস্তৰ লোক মৰিল। ৰংপুৰৰ ওচৰে পাজৰে মায়ামৰাৰ গাওঁসমূহ জনশূন্য হ'ল আৰু খুটীয়াপোতাৰ সত্ৰও জনশূন্য হ'ল।

শগুণমূৰিত গোবিন্দ বৰ গাওঁবুঢ়া মোৱামৰা সকলৰ ৰৰমেধি আছিল। তেওঁৰ লগত উগ্ৰসেন, হৰিশ্চন্দ্ৰ, দশৰথ, পৰীক্ষিত নামে আৰু জনচেৰেক প্ৰতাপী গাওঁবুঢ়া আছিল। ডেকা মহন্তই গোবিন্দ গাওঁবুঢ়ালৈ চিঠি লিখিলে বোলে—"অন্য গাওঁবুঢ়া আৰু ভকতসকলক চপাই ৰণৰ সৌষ্ঠৱেৰে আহি ৰাঘ আৰু খোৰাক মাৰি মোক ৰজা পাতি সেৱা কৰোক।"

ডেকা মহন্তক সমৰ্থন কৰি গোবিন্দ গাওঁবুঢ়াই "শগুণমাৰি পথাৰতে ফৌজ পাতি চেকনি কোবোৱা ৰণৰ গুৰি ধৰিলে। সমবেত ভকত সৈন্যসকলৰ অস্ত্ৰৰ ভিতৰত গায়েপতি একোডাল জুলুকা বাঁহৰ

টৌকোন আৰু একোডাল চেকনি। টৌকোন মাটিত গিৰ্ৰিপ্ গিৰ্ৰিপ্ কৰি খুন্দিয়ায় আৰু টৌকোনতে চেকনি চেটেপ্ চেটেপ্ কৰি কোবাই গোবিন্দ গাওঁবুঢ়াৰ সৈন্যই সহলা দিছিল, আৰু তাৰ চেয়ে চেয়ে নাম গাইছিল —"অষ্টভূজে, সপ্তভূজে, চতুৰ্ভুজে বাখে। তাৰে দাই তাকে কাটে, তাৰে হিলৈ তাকে মাৰে চতুৰ্ভুজে বাখে॥" "পৰজা ঐ জবৌ বৌৱা। চেকনি ঐ চপাই ধৰা।"

এই বিদ্ৰোহক ৰজাঘৰীয়া সৈন্যই দমন কৰিছিল। তদুপৰি একেমাহতে নামৰূপৰ ওচৰত হাতিচুঙী মৰাণে ৰজাৰ সৈন্যই কোঠ মাৰি থাকোতে বহুতকে বধ কৰে। এই বিদ্ৰোহত সকচকৰী, ৰবচকৰী আৰু ছলুঙাগুৰিৰ প্ৰায় ন-দহ হেজাৰ মৰাণে বিদ্ৰোহ কৰিছিল। পিচত ৰাজসৈন্যৰ ওচৰত তেওঁলোকে আত্মসমৰ্পন কৰাত ছলুঙাগুৰিৰ মৰাণসকলক ৰংদৈচুকত স্থাপিত কৰি বাকী মৰাণসকলক নিজৰ গাৱঁলৈ যাবলৈ দিলে।

লক্ষ্মীসিংহ স্বৰ্গদেউৰ মৃত্যু হোৱাত (১৭৮০ খৃঃ) তেওঁৰ পোন্ধৰ বছৰীয়া পুত্ৰ গৌৰীনাথ সিংহ ৰজা হয়। গৌৰীনাথ সিংহৰ মটকৰ প্ৰতি বিদ্বেষ ভাৱ আছিল আৰু সুবিধা পালেই মটকক নিৰ্যাতন কৰিছিল। গতিকে মটকে সুবিধা বুজি ১৭৮৩ চনৰ এপ্ৰিল মাহৰ এটা ৰাতি ৰজাক আক্ৰমণ কৰিলে। কিন্তু ৰজা আঘাত নোপোৱাকৈ সাৰিল। ইতিমধ্যে শিঙৰি ঘৰত জুই দি পুৰিলে। মটকে ৰংপুৰ আক্ৰমণ কৰিলে কিন্তু আহোম সৈন্যৰ হাতত পৰাস্ত হ'ল। মহামন্ত্ৰী ঘনশ্যাম বুঢ়াগোঁহায়ে স্বৰ্গদেউক মটক নিধন যজ্ঞ আৰম্ভ কৰিবলৈ উপদেশ দিলে আৰু য'তে মটক পালে পুলিয়ে পোখায়ে শেষ কৰিবলৈ লাগিল। বহুতো মটকে ডফলা পাহাৰ, ভূটান, কাছাৰ আৰু জয়ন্তীয়া ৰাজ্যত আশ্ৰয় ল'লে। মোৱামৰীয়াৰ তেজেৰে নৈ-বিল ৰাঙলী হ'ল। নদীৰ পানী, মাছ খাব নোৱাৰা হ'ল। আশ্ৰিত মানুহ যাব নোৱাৰা

হ'ল। ব্ৰহ্মপুত্ৰৰো পানী মাছ খাব নোৱাৰা হ'ল। এইদৰে দেশৰ মটক সকলক মাৰিলে আৰু তাৰ গুৰিতে হ'ল কাঠচিতীয়া ঘনশ্যাম বুঢ়াগোহাঁই ৰাজমন্ত্ৰী। তেওঁ শিঙৰি ঘৰ পোৰা আৰু স্বৰ্গদেউক মাৰিব খোজা মটকৰ ধ্বংস কাৰ্য্য আৰম্ভ কৰিলে। হাবিৰ মটক এটা ধৰি আনিলে। ধৰি আনটোৱে বোলে, "কুটুম্ব, মোক আনিলে।" "এই বুলিলে তাৰ লগৰ দহ-বাৰটা থাকে সকলো গুলাই আছি মৰোঁহ। এনে আছিল মতেকৰ একতা-একমত। তিনিপক্ষ মৰাণ মৰাত বৰগোহাঁই ডাঙৰীয়া, বৰবৰুৱা, চ'ৰাৰ ফুকন, ৰাজখোৱাসকলে স্বৰ্গদেউক জনালে, "দেশ উবাৰ হ'ল, দ্ৰোহী-অদ্ৰোহী সকলো মৰিল। যিবোৰ মাৰিলে মৰিল, নমৰাবোৰক এৰিবলৈ যেন স্বৰ্গদেৱে আজ্ঞা কৰে, এতিয়াও মৰাটো যুক্তি নহয়।" বুঢ়াগোহাঁয়ে নামানে। বিহবাঁহৰ সঁচ মৰাণ-মটকৰ পুলি-পোখা এৰিব খোজা নাই। গতিকে মৰাণ-মটকক মাৰিব লাগে। স্বৰ্গদেৱে কিন্তু মৰাণ-মটক ধ্বংস যজ্ঞ সিমানতে সমাপ্ত কৰিলে।

মায়ামৰাৰ অধিকাৰ পদ শূন্য হৈ থকা বুলি মায়ামৰা গাওঁবুঢ়া অম্বৰীশ আৰু সাৰংগপাণিয়ে জনোৱাত তেওঁলোকৰ পৰামৰ্শমতে স্বৰ্গদেৱে অনিৰুদ্ধদেৱৰ কণিষ্ঠ পুত্ৰ সৰ্বানন্দদেৱৰ প্ৰপৌত্ৰ পীতাম্বৰক উত্তৰৰ ডফলা পৰ্বতৰ পৰা আনি দক্ষিণপাটৰ অগ্নিচাপৰিত ঘৰজুৱাৰ সাজি নামঘৰ মনিকূট দি মহাজন পাতিলে। কিন্তু বেংমৰা আৰু হলুঙাগুৰিৰ মৰাণে পীতাম্বৰক গুৰু নেমানি হৰিময় আৰু কাচিনলীয়া ভবানন্দ (কৃষ্ণভুক্ত)ক মহাজন মানি সেৱা কৰিলে। এনেদৰে মৰাণ-মটকৰ বিভাজন হ'ল—মটকসকলে পীতাম্বৰক গুৰু মানিলে আৰু উজনিৰ মৰাণে মানিলে কৃষ্ণভুক্তক।

গৌৰীনাথ সিংহ আৰু ঘনশ্যাম বুঢ়াগোহাঁইৰ মটক নিধন কাৰ্য্যই সাধাৰণ প্ৰজাৰো মন বিষম কৰি তুলিলে। বাদল গাওঁবুঢ়াৰ

নেতৃত্বত উজনিৰ হাতীচুঙীৰ মৰাণে বিদ্ৰোহ কৰিলে। ৰজাই ন-ফুকনক মৰাণ-বিদ্ৰোহ দমন কৰিবলৈ পঠিয়ালে আৰু ন-ফুকনে বলেৰে নোৱাৰি বুদ্ধিৰে ধাদল আৰু সৰালক বন্দী কৰি ৰাজধানীলৈ আনিলে আৰু ৰজাৰ আদেশত বধ কৰিলে।

গৌৰীনাথ সিংহই মটকৰ গুৰু আৰু শিষ্যক ভৰ্ৎসনা কৰিবলৈ ধৰ্মদত্ত শৰ্মা নামৰ ৰাজ-কবিক সংস্কৃত ভাষাত ধৰ্মোদয় নামৰ নাট লিখালে আৰু ৰজাক ধৰ্মৰাজ হিচাবে আৰু মায়ামৰাক পাপী হিচাবে দেখুৱাই ৰাজসভাতে ভাওনা দেখুৱালে। এনে কাৰ্য্যই মায়ামৰা গোসাঁই আৰু শিষ্য সকলক অতীষ্ঠ আৰু ক্ষুব্ধ কৰিলে।

গৌৰীনাথ সিংহৰ মটক নিগ্ৰহৰ নিষ্ঠুৰ নীতিয়ে ৰাজ্যত অসন্তুষ্টিৰ সৃষ্টি কৰিলে। অসন্তুষ্ট আৰু আগৰে পৰা চাপ দি ৰখা লোকসকলে মায়ামৰা বিদ্ৰোহীৰ লগ ল'লে। আঁকা, ডফলা, পাহাৰীয়া মিৰি, মিচিমি আদি পাহাৰীয়া জাতিবিলাকৰ সৰ্দাৰ (গাম) সকলক সন্তুষ্ট কৰি ৰাখিবলৈ আহোম স্বৰ্গদেউ সকলে আগৰে পৰা অসমীয়া প্ৰজা কিছুমান তেওঁলোকৰ (গাম বিলাকৰ) বহতীয়া কৰি ৰাখিছিল আৰু গাম সকলে তেওঁলোকৰ পৰা কৰ (পোচা) আদায় কৰিছিল। তদুপৰি যুদ্ধৰ সময়ত আহোম ৰাজসৈন্যবাহিনীত সৈনিক হিচাবে যোগদান কৰিব লাগিছিল। তদুপৰি আহোম ৰজাকো কৰ দিব লাগিছিল। মুঠতে পাহাৰীয়া গাম আৰু ৰাজ-বিষয়া দুই শক্তিয়েই এই অসমীয়া প্ৰজাসকলক নিষ্পেষণ কৰিছিল আৰু তেওঁলোকৰ বিলৈ-বিপত্তি কুলাই-পাচিয়ে নধৰা হৈছিল। গতিকে আহোম ৰজাৰ প্ৰতি এওঁলোকৰ কোনো ধৰণৰ ভাল ভাব নাছিল। এই বহতীয়া লোকৰ অঞ্চলতে পলাই গৈ মায়ামৰীয়া বিদ্ৰোহীসকলে আশ্ৰয় লোৱাত স্বাভাবিকতে মায়ামৰাৰ ওপৰত কৰা অত্যাচাৰ আৰু ৰজাঘৰীয়া নিষ্ঠুৰভাৱ সত্যকথাই আশ্ৰয়দাতা বহতীয়া সকলৰ মন

অধিক তিক্ত কৰি তুলিছিল আৰু তেওঁলোকে মায়ামৰা বিদ্ৰোহীসকলৰ বিদ্ৰোহত সহাৰি দিছিল। বহুতীয়াসকলৰ লগতে বহুতো পাহাৰীয়া জাতিয়ে বিদ্ৰোহত সহায় কৰিছিল। ভফলা বহুতীয়া সকলক তেতিয়া পলাই থকা পীতাম্বৰদেৱে (যাক ধৰ্মদেৱে পিচত মায়ামৰা অধিকাৰ পাতিছিল) আহোম ৰাজ্যৰ অত্যাচাৰৰ প্ৰতিবাদ কৰিবলৈ উদ্বুদ্ধ কৰিছিল। প্ৰকৃততে সমগ্ৰ উত্তৰ পাৰতে পীতাম্বৰদেৱে আহোম শাসনৰ নিষ্ঠুৰতাৰ প্ৰতিবাদ জনাবলৈ সকলো প্ৰজাকে উৎসাহিত কৰিছিল। এনেদৰে উত্তৰ পাৰৰ প্ৰজাই আহোম ৰাজ্যৰ বিৰুদ্ধে মুকলিভাৱে বিদ্ৰোহ ঘোষণা কৰিলে আৰু ইমানদিনে ধৰ্ম-বিদ্ৰোহ বুলি নাম পোৱা মায়ামৰা বিদ্ৰোহ প্ৰকৃত অৰ্থত প্ৰজা বিদ্ৰোহলৈ পৰিণত হ'ল। কাৰণ কোনো শান্তি প্ৰিয় প্ৰজাই অশান্তিদায়ক ৰাজশক্তিক পছন্দ নকৰে। সকলো প্ৰজাই শান্তি বিচাৰে। আজি মায়ামৰাৰ যি বিপদ-বিপত্তি, কালিলৈ অত্যাচাৰী ৰাজশাসনৰ হাতত একেই বিলৈ-বিপত্তি অন্যান্য প্ৰজাৰো হ'ব পাৰে। ৰজাই প্ৰজাক নিজৰ সন্তান বুলি গণ্য কৰিলে, এই মায়ামৰা নিধন যজ্ঞত অসমৰ শতকৰা ৫০ ভাগ মানুহ শেষ নহ'লহেঁতেন।

এইবাৰ এই বিদ্ৰোহত বহুতো তিৰোতাই অংশ গ্ৰহণ কৰিছিল। আগতেই উল্লেখ কৰি থোৱা হৈছে, ৰাধা আৰু ৰুক্মিণীয়েই মায়ামৰা প্ৰজা বিদ্ৰোহৰ বীৰাংগনা আছিল। যদিও বুৰঞ্জীলিখকে ৰাধা-ৰুক্মিণীৰ বীৰত্বক বিশেষ গুৰুত্ব দিয়া নাছিল আৰু আনকি মায়ামৰা বিদ্ৰোহকো উপলুঙাহে কৰা দেখা যায়, কিন্তু মৰাণ-মটকৰ সৈন্যবাহিনীয়ে যে ৰাজকীয় সৈন্যক বহু সময়ত পানী খুৱাইছিল, সেয়া নিশ্চিত সত্য। এতিয়া মৰাণ-মটক নিধন যজ্ঞত যি সকল তিৰোতাই স্বামী হেৰুৱালে, এই বিদ্ৰোহত তেওঁলোকে আহোম ৰাজশক্তিৰ নিষ্ঠুৰতাৰ প্ৰতি বিদ্ৰোহ প্ৰকট কৰি বিদ্ৰোহত

অংশ গ্ৰহণ কৰিলে। ৰিজকন্তা, চন্দ্ৰা, মালা, মাধুৰী, ৰত্না, জয়ন্তী, ভানুমতী, শুভ্ৰাৱতী, সুভদ্ৰা, সুচলা, জয়া, কক্মিণী, সুমতি আদি নাৰীয়ে এই উত্তৰ পাৰৰ সশস্ত্ৰ বিদ্ৰোহত অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছিল। এই বিদ্ৰোহৰ নেতৃত্ব দিছিল হৰিহৰ তাঁতী নামৰ সাধাৰণ তাঁতী এজনে। ডফলা বহতীয়াৰ নেতৃত্ব দিছিল ফোকাই নামৰ এজনে। অন্যান্য নেতৃবৃন্দ আছিল তমাই, প্ৰসাদ, হাউহা, বিতুৰ ইত্যাদি। তেওঁলোক কোনো বিষয়-বাব লোৱা লোক নাছিল; তেওঁলোক সাধাৰণ প্ৰজা, পাইক। এনেদৰে প্ৰকৃতাৰ্থত মায়ামৰা বিদ্ৰোহে এই সময়ত প্ৰজা বিদ্ৰোহৰ ৰূপ লয়।

১৭৮৩ চনত ঘনশ্যাম বুঢ়াগোহাঁইৰ মৃত্যুৰ পিচত তেওঁৰ পুত্ৰ লবি গোহাঁই ৰাজমন্ত্ৰী হয় আৰু তেওঁ পূৰ্ণানন্দ বুঢ়াগোহাঁই নামেৰে জনজাত হয়। পূৰ্ণানন্দ বুঢ়াগোহাঁই আছিল প্ৰকৃত ৰাজনীতিজ্ঞ। ৰজাই তেওঁৰ কথামতেই পিচত পীতাম্বৰদেৱক মায়ামৰাৰ অধিকাৰ পাতে।

ইফালে হৰিহৰ তাঁতী আৰু তেওঁৰ প্ৰধান সেনানায়ক কলিয়া ভোমোৰা, বিতুৰ, হাউহা, তমাই, প্ৰসাদ আৰু ফোকায়ে বিদ্ৰোহৰ পাতনি মেলি আহোম ৰাজ্যৰ গাওঁ কেইখনমান আক্ৰমণ কৰে ১৭৮৬ চনত। ৰজাই গড়মূৰলৈ চিকাৰ কৰিবলৈ গৈ উত্তৰ পাৰলৈ যাওঁতে তাৰ বাসিন্দা সকলে তাঁতীৰ আক্ৰমণৰ কথা ক'লে। তেতিয়া স্বৰ্গদেৱে তাঁতীক ধৰিবলৈ হেলিমেলি সলাল গোহাঁই মৰঙীখোৱা গোঁহাই, গড়গাওঁৰ দিহিঙ্গীয়া ফুকন আৰু লেকেৰা চৌধুৰী বৰুৱাক পঠালে কিন্তু যুদ্ধত তাঁতীৰ হাতত মৰঙীখোৱা গোহাঁই আৰু দিহিঙ্গীয়া ফুকনৰ মৃত্যু হ'ল। এনেদৰে যুদ্ধত পৰাস্ত হোৱাত তিনিজনা বৰমন্ত্ৰীয়ে ভয়তে নিজৰ নিজৰ বয়বস্তু ৰাজধানীৰ পৰা আঁতৰাই গুপূত ঠাইত ৰাখিলে। তাৰ পিছত ৰাজসভাত লোৱা

সিদ্ধান্ত অনুসৰি বহুতো দুৰ্গ সাজি বিদ্ৰোহীৰ বিৰুদ্ধে অভিযান চলালে। ১৭৮৬ চনৰ নবেম্বৰ মাহত যুদ্ধ লাগিল। বিদ্ৰোহী বিলাকে বহুতো ৰাজসৈন্য মাৰিলে আৰু নটক নাৰীয়ে পুৰুষৰ সমানে সমানে যুঁজি ৰজাৰ সৈন্যক বহু ঠাইত পৰাস্ত কৰিলে। ইতিমধ্যে ৰংদৈচুকত স্থাপিত কৰা তলুভাগুৰিয়া মৰাণে বিদ্ৰোহ কৰিলে। গতিকে ৰজাৰ সৈন্যই বিভিন্ন ঠাইত বিদ্ৰোহীৰ সৈতে যুদ্ধ দিব লগাত পৰিল। তেওঁলোকৰ নেতৃত্বত বিদ্ৰোহীসকলে মাজুলী ৰণাংগনলৈ পৰিণত কৰিলে। ইতিমধ্যে পীতাম্বৰদেৱে তেওঁলোকক গুপুতে সহায়-সহযোগ আগবঢ়ালে আৰু নিজৰ ভাগিনিয়েক ভৰত সিংহক তেওঁলোকক সহায় কৰিবলৈ পঠিয়ালে। তেওঁলোকে এনে সহায় পাই গড়মূৰ সত্ৰ আক্ৰমণ কৰিলে আৰু সত্ৰত জুই দিলে। সত্ৰাধিকাৰ পলাই গৈ ৰংপুৰ পালেগৈ। ৰজাৰ সৈন্যই যুদ্ধত তিষ্ঠিব নোৱাৰি পলাই গ'ল। অন্যান্য সত্ৰতো তেওঁলোকে জুই দিলে। মায়ামৰা বিদ্ৰোহীয়ে যুদ্ধত জিকি শগুণমূৰিত পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ লগত যুঁজ দিলে। ডেকাফুকন আৰু টেকেলা নেওগকে প্ৰমুখ্য কৰি বহু বিষয়া আৰু সৈন্য মৰিল। বিদ্ৰোহীবো বহু মৰিল। বুঢ়াগোহাঁয়ে গৌৰীসাগৰলৈ পিচ হুঁহকি গ'ল। বিদ্ৰোহীসকলে গৌৰীসাগৰৰ ওচৰৰ ভুটীয়াপাৰত কোঠ মাৰিলে আৰু গাহৰিচোৰা বৰুৱাৰ ঘৰত জুই দিলে। তাজীৰ ওচৰত এঁকা বাইলুঙকো বিদ্ৰোহীয়ে পৰাজিত কৰি মাৰিলে। ৰজাৰ সৈন্যবাহিনীয়ে বিদ্ৰোহীৰ এনে পৰাক্ৰমত অতি আচৰিত হ'ল। তদুপৰি গৌৰীসাগৰৰ ওচৰে পাজৰে থকা প্ৰজাসকলো ৰজাৰ সৈন্যৰ বিৰুদ্ধে গ'ল। তেতিয়া তিনিওজনা বৰমন্ত্ৰী ৰাজধানীলৈ উভতি গ'ল আৰু স্বৰ্গদেউৰ সৈতে আলচি বিদ্ৰোহ দমনৰ কাৰ্যপ্ৰণালী নিৰ্ণয় কৰিলে। দিহিং সত্ৰৰ সত্ৰাধিকাৰে দুহেজাৰ সৈন্য দি স্বৰ্গদেউক সহায় কৰিলে। আউনিআটি আৰু দক্ষিণপাট সত্ৰইও স্বৰ্গদেউক

ধন-জন দি সহায় কৰিলে। কিন্তু বিদ্ৰোহীবিলাক আগুৱাই গ'ল।

ৰাজমন্ত্ৰী বুঢ়াগোহাঁয়ে ন-দুৱাৰত বিদ্ৰোহীসকলক বাধা দিলে। বিদ্ৰোহীসকলে জিকাৰ আশা নেদেখি মাঘ বিহু বুলি নিজৰ নিজৰ ঘৰলৈ ঘূৰি গ'ল। ৰজাৰ সৈন্যবাহিনী গৌৰীসাগৰৰ কালে ভটিয়াই গ'ল। কিন্তু বিদ্ৰোহী দলে ৰাজসৈন্যৰ বাধা উফৰাই ৰাজধানীৰ দক্ষিণৰ পাঞ্জীকটা পুখুৰীৰ কালে আৰু তাৰ পিচত আলি-কেকুৰিলৈ আগবাঢ়িল। ৰাজসৈন্য পলাই গ'ল।

এনে পৰিস্থিতিত তিনি মন্ত্ৰীৰ লগত আলোচনা কৰি স্বৰ্গদেৱে গুৱাহাটীলৈ যাবলৈ সিদ্ধান্ত ল'লে। ১৭৮৮ চনৰ ১৯ জানুৱাৰীৰ ৰাতি স্বৰ্গদেউ গুৱাহাটীলৈ ৰাওনা হ'ল। বুঢ়াগোহাঁই, বৰবৰুৱা, স্বৰ্গদেউৰ ৰাণীসকলো পলাল। মায়ামৰা বিদ্ৰোহীয়ে ২০ এপ্ৰিলৰ দিনা ৰাতিপুৱা ৰংপুৰ অধিকাৰ কৰিলে। তাত থকা সকলো প্ৰজাই মায়ামৰা সকলৰ প্ৰতি বশ্যতা স্বীকাৰ কৰিলে। তেতিয়া বিদ্ৰোহীসকলে গুৰু পীতাম্বৰদেৱক ৰংপুৰলৈ মাতি পঠিয়ালে। সাদিন ধৰি বিদ্ৰোহীসকলে বিভিন্ন নেতাৰ আগমনৰ কাৰণে বাট চাই থাকিল। সকলো নেতাই গুৰু পীতাম্বৰদেৱৰ ভাগিনিয়েক ভৰত সিংহকে ৰজা পতাৰ সিদ্ধান্ত কৰিলে আৰু গণতান্ত্ৰিক প্ৰক্ৰিয়াৰে ৰজা নিৰ্বাচন কৰি ভৰত সিংহক সিংহাসনত বহুৱালে। গুৰু পীতাম্বৰদেৱ ৰংপুৰতে থাকিল। হৰিহৰ তাঁতী, হাউহা প্ৰসাদক ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত শাসন কাৰ্য্য চলাবলৈ দিয়া হ'ল।

পূৰ্ণানন্দ বুঢ়াগোহাঁই প্ৰমুখ্যে অন্যান্য আহোম বিষয়াই আহোম সিংহাসন পুনৰ উদ্ধাৰ কৰিবলৈ যথেষ্ট প্ৰচেষ্টা চলাইছিল। কিন্তু মহামন্ত্ৰী পূৰ্ণানন্দই নতুনকৈ সেনা গোটাব পৰা নাছিল আৰু বচা আদি ঠাইত ৰাইজে স্পষ্টভাৱে আহোম সৈন্যবাহিনীত যোগ নিদিও

বুলি জনাইছিল। মণিপুৰী ৰজাই পঠোৱা সৈন্যই বুঢ়াগোহাঁইক সহায় কৰা দূৰৰ কথা আহোম স্বৰ্গদেউৰ অধীনৰ গাওঁকেইখনমান লুটপাত কৰি ঘূৰি গৈছিলগৈ। মুঠতে এইসময়ত সাধাৰণ প্ৰজাইও আহোম ৰাজশাসনৰ বিৰুদ্ধে গৈছিল। আনকি আহোম স্বৰ্গদেৱে প্ৰজাৰ ভয়তে বুঢ়াগোহাঁইৰ লগত যোগাযোগ কৰিবলৈ দিচৈলৈকে আহিব পৰা নাছিল।

একো উপাই নাপায় অৱশেষত আহোম স্বৰ্গদেৱে গোৱালপাৰাত থকা ইষ্ট ইণ্ডিয়া কোম্পানীৰ বৰকান্দাজ চিপাহী খুজি হিউগ বেৰ্ইলিলৈ চিঠি প্ৰেৰণ কৰিলে। কিন্তু বেৰ্ইলিয়ে পঠোৱা বৰকান্দাজে দৰংগৰ বিদ্ৰোহী কোঁচ ৰাজকুমাৰ কৃষ্ণনাৰায়ণৰ লগ লাগিল। তেতিয়া স্বৰ্গদেৱে ডেনিয়েল ৰৌচ নামৰ ইংৰাজ বেপাৰী এজনক ফৌজ খুজি চিঠি লিখিলে। ৰৌচে ৭০০ বৰকান্দাজ চিপাহী চৈত সিং চুবেদাৰৰ নতৃত্বত প্ৰেৰণ কৰিলে। ১৭৯০ চনৰ মে' মাহত বৰকান্দাজ চিপাহী আহি গুৱাহাটী পালেহি আৰু স্বৰ্গদেৱে সেই সৈন্য লৈ নগাওঁলৈ আহিল আৰু কিছু সৈন্য বুঢ়াগোহাঁইৰ সাহায্যাৰ্থে দিচৈলৈ পঠিয়ালে। বুঢ়াগোহাঁয়ে টীয়কত যুঁজ দিবলৈ বিচাৰিলে কিন্তু বাৰিষা অহাত ককিলা নদীৰ পাৰত কোঠ মাৰিলে। বিদ্ৰোহীসকলে বুঢ়াগোহাঁইৰ উদ্দেশ্য বুজি আগতীয়াকৈ অহা বৰকান্দাজৰ দলক আক্ৰমণ কৰিলে আৰু সকলোকে মাৰিলে। তাৰ পিছত বৰ-আলিত আক্ৰমণ চলালে কিন্তু বহুতো বিদ্ৰোহী মৰিল। ইয়াৰ পিছতো জেগা চোৰোকাকৈ বিদ্ৰোহী সকলে ৰজাৰ সৈন্য য'তে ত'তে অতৰ্কিতে আক্ৰমণ কৰিবলৈ লাগিল। যুদ্ধতে সকলো ব্যস্ত থকাত শস্য উৎপাদন নোহোৱাত, তাতে মটক-নিধন যজ্ঞত শতকৰা ৫০ ভাগ অসমীয়া প্ৰজা নিহত হোৱাত খাদ্য সামগ্ৰী নোহোৱা হ'ল আৰু ভীষণ অকালে দেখা দিলে। মায়ামৰা বিদ্ৰোহীয়ে বেঙেনাবাৰী

আনকি বৰপাত্ৰ গোহাঁইকো বধিলে।

স্বৰ্গদেৱে মনিপুৰ ৰজালৈ সহায় বিচাৰি পঠালে। তেতিয়া মনিপুৰ ৰজাই নিজে লগত যুৱৰাজ মধুচন্দ্ৰক লৈ আহোম স্বৰ্গদেউক সহায় কৰিবলৈ আহিল আৰু দিচৈত বুঢ়াগোহাঁইৰ লগত যোগদান কৰিলে। কিন্তু মায়ামৰাৰ ছিলৈধাৰীৰ আগত তিষ্ঠিব নোৱাৰি এহেজাৰ সৈন্য ৰাখি দেশলৈ ঘূৰি গ'ল।

স্বৰ্গদেউ নগাওঁত থকা কালত বিষয়াসকলে প্ৰজাৰ পৰা বলেৰে বয়বস্তু, তামোল-পান, শস্য ইত্যাদি আৰু গাভৰু ছোৱালী লৈ অনাত প্ৰজাৰ মাজত অসন্তুষ্টিয়ে দেখা দিলে। তদুপৰি বহুতো বিষয়াই তাতে খাট-পাম লৈ জোৰ কৰি মানুহক খটুৱালে। গতিকে প্ৰজাবোৰ তলে তলে বিদ্ৰোহী হৈ পৰিল। মায়ামৰা সকলে ৰাজবিষয়াৰ এনে অত্যাচাৰ সহ্য নকৰিলে আৰু সিদ্ধুৰা হাজৰিকা নামৰ মটক এজনৰ নেতৃত্বত বিদ্ৰোহ ঘোষণা কৰিলে। এই বিদ্ৰোহত অ-মায়ামৰীয়া প্ৰজাইও যোগ দিলে। ৰজাৰ চাউনি ঘেৰি লৈ ৰূপহী নৈৰ দলং ভাঙি ৰজাক এনে অত্যাচাৰী বিষয়াক খেদি দিবলৈ অথবা নগাওঁ ত্যাগ কৰিবলৈ ক'লে। ৰজাই তেওঁলোকৰ দাবী মানি ল'লে। কিন্তু ন দিনৰ পিছত একে বিষয়াকে নিযুক্তি দিবলৈ কোৱাত ৰজাই তাকে কৰিলে।

কেইমাহ মানৰ পিছত খুটামুৰত আহোমৰ চাউনিত আক্ৰমণ চলালে। এই আক্ৰমণত বৈৰাগী নামৰ এজন মটকে নেতৃত্ব দিয়ে। বৈৰাগী নিজে ৰজা হ'ল আৰু লাহন ফৈদৰ এজনক বৰবৰুৱা পাতিলে। হেলিমেলি সলাল গোহাঁয়ে তেওঁক সহায় কৰিলে। বৈৰাগী ৰজাই তেতিয়া কালিয়াবৰেদি ব্ৰহ্মপুত্ৰ পাৰ হৈ ৰজাৰ চাউনি আক্ৰমণ কৰিলে। নগঞ্চা আৰু খৰঙীয়ে ৰজাক খেদি পঠালে আৰু স্বৰ্গদেউ গুৱাহাটী পালেগৈ। উজনি অসমত মায়ামৰাই দেৱগাৱঁত বহুতো

আহোম বিষয়া মাৰিলে। কিন্তু বুঢ়াগোহাঁই থকা দিচৈ চকী বিদ্রোহীয়ে ভেদ কৰিব নোৱাৰিলে।

ইকালে দৰংগৰ ৰজাইও আহোম স্বৰ্গদেউৰ আদেশ নেমানি মায়ামৰা বিদ্রোহীৰ বিৰুদ্ধে যুদ্ধ নকৰিলে। আনকি মটক নেতৃত্বলৈ হুংয়াজন ৰজাকে ভেঙলোকৰ (মটক ৰজাৰ) লগত সম্পৰ্ক ৰাখি অসমক দুভাগ কৰি এভাগ দৰংগীয়া ৰজা দুজনে আৰু আনভাগ মটক ৰজাই লব পাৰিব বুলি প্রস্তাৱ আগবঢ়ালে। গৌৰীনাথ সিংহই দুই ৰজাকে মটকৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ কোৱাত দুইজন ৰজা আগবাঢ়ি গ'ল কিন্তু ভেঙলোকৰ প্রজা বিলাকে আপত্তি কৰাত যুদ্ধ নকৰিলে।

ইতিমধ্যে জীকেৰী পৰগণাৰ চৌধুৰী হৰদত্ত বুজৰ বৰুৱাই কামৰূপৰ মানুহৰ বহুদিনীয়া ক্ষোভ বিশেষকৈ আহোম ৰাজ্যত প্রবেশ নিষেধ আজ্ঞা গুচাবলৈ গৌৰীনাথ সিংহক গুৱাহাটীৰ পৰা খেদাবলৈ ডেকা ৰজা 'দৰংগৰ' আৰু নিজৰ ফৌজেৰে আহোম সৈন্যক আক্রমন কৰিলে কিন্তু পৰাস্ত হ'ল। ডেকা ৰজা হংসনাৰায়নক মৃত্যু-দণ্ড দিয়া হ'ল। স্বৰ্গদেৱে ডেকা ৰজাৰ পুতেক কৃষ্ণনাৰায়নক ডেকা ৰজা নাপাতি বিষ্ণুনাৰায়নক ডেকা ৰজা পাতিলে। হৰদত্ত বংগলৈ পলাই গ'ল কিন্তু পৰিয়ালৰ কিছুলোকক পাই মৃত্যু দণ্ড দিলে। হৰদত্তই কৃষ্ণনাৰায়নক উচটাই দি ইষ্ট ইণ্ডিয়া কোম্পানীৰ সহায় বিচাৰিলে কিন্তু কোম্পানীয়ে সহায় নকৰিলে। কৃষ্ণনাৰায়নে নিজেই বৰকান্দাজ মকৰল কৰি বিষ্ণুনাৰায়নক খেদি উত্তৰ গুৱাহাটী অধিকাৰ কৰি ৰজা হ'ল। কিন্তু বৰকান্দাজবিলাকে নিৰপৰাধী প্রজাৰ ওপৰত অত্যাচাৰ চলালে।

অসমৰ পৰা বৰকান্দাজ আঁতৰোৱা দুৰুহ কাম দেখি স্বৰ্গদেৱে জামচদেনলৈ কোম্পানীৰ সহায় বিচাৰি লিখিলে। তেতিয়াৰ গভৰ্ণৰ-জেনেৰেল লৰ্ড কৰ্ণৱালিছে. বৰকান্দাজবোৰক খেদি যাবলৈ হুলিয়া জাৰি কৰিলে। তেতিয়াও বৰকান্দাজবোৰ নোযোৱাত ১৭৯২ চনৰ চেপ্টেম্বৰ মাহত কেপ্টেইন ওৱেলচৰ নেতৃত্বত এয়

কোম্পানী চিপাহী পঠিয়ালে। পিচত গৌৰীনাথ সিংহই বৰকান্দাজ আঁতৰাই দেশ উদ্ধাৰ কৰাৰ লগে লগে মটকৰ হাতৰ পৰা আহোম সিংহাসন উদ্ধাৰ কৰিবলৈ ওৱেলচক খাটিলে। বৰকান্দাজবোৰক সহজতে আঁতৰোৱা হ'ল। ওৱেলচে গৌৰীনাথ সিংহই জথে মথে মানুহক মৃত্যুদণ্ড দিয়া কথাটো একেবাৰে পছন্দ কৰা নাছিল আৰু তেনে কাম নকৰিবলৈ পৰামৰ্শ দিছিল। কিন্তু বৈৰাগী ৰজা আৰু তেওঁৰ লগৰ মানুহবোৰক বন্দী কৰি তৎক্ষণাতে মৃত্যুদণ্ড দিয়া কাৰ্য্যত কেপ্টেইন ওৱেলচে আপত্তি জনোৱাত ৰজাই ক'লে যে যদি মানুহক মৃত্যুদণ্ড আৰু অঙ্গক্ষত কৰাৰ ক্ষমতাই ৰজাৰ নাথাকে তেন্তে তেনে ৰাজ্য তেওঁক নালাগে। শেষত কৃষ্ণনাৰায়ণ আৰু গৌৰীনাথ সিংহৰ মাজত সন্ধি হ'ল আৰু কৃষ্ণনাৰায়ণক দৰঙৰ ৰজা হিচাবে মানি ল'লে।

বৰকান্দাজৰ বিষয়টো নিষ্পত্তি হোৱাৰ লগে লগে স্বৰ্গদেৱে মটকৰ বিৰুদ্ধে অভিযান চলাবলৈ কেপ্টেইন ওৱেলচক খাটিলে। ওৱেলচে মটকৰ লগত আলোচনাৰ মাধ্যমেৰে বিষয়টো মীমাংসা কৰিবলৈ যত্ন কৰিলে আৰু পূৰ্ণানন্দ বুঢ়াগোহাঁই আৰু পীতাম্বৰদেৱলৈ চিঠি প্ৰেৰণ কৰি দুয়োপক্ষকে কলিয়াবৰলৈ আহি আলোচনা কৰিবলৈ আহ্বান জনালে। কিন্তু মহন্তই চিঠিখন নেপালে।

ইতিমধ্যে ১৭৯৩ চনৰ অক্টোবৰ মাহৰ শেষৰ ফালে লৰ্ড কৰ্ণৱালিচে অৱসৰ গ্ৰহণ কৰিলে। চাৰ জন ছৰ নতুন গভৰ্ণৰ জেনেৰেল হ'ল আৰু ইষ্ট ইণ্ডিয়া কোম্পানীৰ অনাধিকাৰ হস্তক্ষেপ ত্যাগ নীতি তেওঁ শুদ্ধভাৱে পালন কৰিবলৈ বিচাৰিলে। গতিকে তেওঁ কেপ্টেইন ওৱেলচক অসমৰ পৰা আঁতৰাবৰ উদ্দেশ্যে কিছু প্ৰশ্ন কৰি চিঠি প্ৰেৰণ কৰিলে। কেপ্টেইন ওৱেলচক এই বিষয়ে কোনেও জনোৱা নাছিল গতিকে গৌৰীনাথ সিংহৰ সৈতে কলিয়াবৰ পালেগৈ।

তাৰ পিচত যোৰহাটলৈ গৈ বুঢ়াগোহাঁইক লগ ধৰিলে। ইতিমধ্যে মটক সৈন্যবাহিনীয়ে বৃটিছ সৈন্যক আক্ৰমণ কৰিলে। এই ৰণত মটকৰ বিস্তৰ ক্ষতি হ'ল। মটকে জধে মধে মানুহ মৰা নাছিল আৰু ভৰত সিংহ অত্যাচাৰী নাছিল। গন্তিকে লেফ্‌টেনেণ্ট মেক্‌গ্ৰেগৰে কৈ থৈ গৈছে, "অতি আচৰিত কথা, অসমত এনে পৰিয়াল নাই যি মায়ামৰীয়াক সহায় কৰিবলৈ আগবাঢ়ি যোৱা নাই—অজ্ঞাতে হয়তো একেটা পৰিয়ালৰে বাপেক, মাক, ভাই, দদাই স্বৰ্গদেউৰ সেনা বাহিনীতে আছে।"

১৭৯৪ চনৰ ৮ মাৰ্চ তাৰিখে কেপ্টেইন ওৱেল্‌চ দেৰগাওঁ পালেহি। আগৰ দৰে তেওঁ পীতাম্বৰদেৱ আৰু মটক নেতৃবৃন্দলৈ গৌৰীনাথ সিংহৰ সৈতে আপোচ মীমাংসা কৰিবলৈ লিখিলে। কিন্তু চিঠিখন পীতাম্বৰদেৱে নাপালে। তেতিয়া কেপ্টেইন ওৱেল্‌চে লেফ্‌টেনেণ্ট আৰ্ভনক মায়ামৰীয়াৰ বিৰুদ্ধে প্ৰেৰণ কৰিলে আৰু বিভিন্ন ঠাইত মায়ামৰীয়া পৰাস্ত হ'ল। গৌৰীনাথ সিংহক আনি ৰংপুৰ পোৱালে। ইতিমধ্যে বিদ্ৰোহীসকলে ৰংপুৰ ত্যাগ কৰিলে। দেশত শান্তি আনিবলৈ ওৱেল্‌চে মায়ামৰাৰ নেতৃবৃন্দক মাতি পঠিয়ালে। এমাহলৈকে তেওঁলোক নাহি বেংমৰাত থকাত ওৱেল্‌চে তিনিটা কোম্পানী বেংমৰালৈ প্ৰেৰণ কৰিলে। ইতিমধ্যে ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ওৱেল্‌চক ঘূৰি আহিবলৈ আদেশ দিয়াত বেংমৰাৰ পৰা বৃটিছ সৈন্য ঘূৰাই আনিলে।

বেংমৰাৰ পৰা বৃটিছ সৈন্য আঁতৰাই অনাৰ লগে লগে মায়ামৰা সৈনিকে দিখৌ নদী পাৰ হৈ ৰংপুৰ নগৰীত বহুতো ঘৰ জ্বলালে। কেপ্টেইন ওৱেল্‌চে মায়ামৰাৰ বিৰুদ্ধে দিখৌ পাৰ হৈ আক্ৰমণ কৰিলে। তদুপৰি মায়ামৰা নেতৃবৃন্দলৈ আপোচ মীমাংসাৰ বাবে লিখিলে। কোনো ফল নধৰাত মায়ামৰা বিদ্ৰোহীক আক্ৰমণ কৰি বিদ্ৰোহীৰ চাউনি জ্বলাই দিলে। ইতিমধ্যে ৰংপুৰ এৰি ভৰত সিংহ বেংমৰা পালে আৰু বেংমৰাৰ ৰজা সৰ্বানন্দ সিংহৰ সহায় লৈ গোৰ্খা

ৰঘৰকন্নাৰ লগত আহি ৰংপুৰ পালে আৰু ধাই আদিত ওৱেলচৰ লগত যুদ্ধ কৰিলে। গৌৰীনাথ সিংহই ৰংঘৰৰ ওপৰৰ পৰা যুদ্ধ চাই মায়ামৰা সৈন্যবাহিনীৰ সংখ্যা দেখি ভয় খালে। কিন্তু মায়ামৰা সৈন্য ওৱেলচৰ হাতত হাৰিল। ভৰত সিংহই যুদ্ধত এটা আঙুলি হেৰুৱালে আৰু অন্যান্য মায়ামৰাৰ লগত বেংমৰালৈ গ'লগৈ।

ওৱেলচ অসমৰ পৰা যোৱাৰ লগে লগে গৌৰীনাথ সিংহ আৰু মহামন্ত্ৰী পূৰ্ণানন্দই ৰংপুৰ এৰি যোৰহাট পালেহি ২৬ মে' তাৰিখে। মায়ামৰা পুনৰ একত্ৰিত হৈ ৰংপুৰ ল'লে।

কেপ্টেইন ওৱেলচ যাবলৈহে পালে, স্বৰ্গদেউ গৌৰীনাথ সিংহৰ মইমতালি আৰম্ভ হ'ল। ওৱেলচে ভাল পোৱা বা বক্ষণাবেক্ষণ দিয়া ৰাজবিষয়া সকলৰ বিৰুদ্ধে কাৰ্য্য ব্যৱস্থা হাতত ল'লে। বৈৰাগী ৰজা আৰু হাইধনক মাৰিলে। আহোম ৰাজ্যত থকা মায়ামৰা সকলো লোকৰে সম্পত্তি বাজেয়াপ্ত কৰিলে আৰু ভীষণ শাস্তি দি মাৰিলে। ওৱেলচ থকা সময়ত খুউব কম সংখ্যক মায়ামৰা লোককহে গৌৰীনাথে শাস্তি দিছিল। কিন্তু তেওঁ যোৱাৰ লগে লগে সকলোকে শাস্তি দিবলৈ ধৰিলে। মায়ামৰীয়া লোক হ'লেই মৰাৰ আগৰ নীতি পুণৰ আৰম্ভ কৰিলে। নগাওঁত কলং নৈৰ মোৱামৰীয়া 'কুৰ' নামৰ ঠাইত হাজাৰ হাজাৰ মায়ামৰীয়া লোকক হত্যা কৰি ৰহীয়াল বৰুৱাই তাতে দমাই থৈছিল। বুঢ়াগোহাঁয়ে মায়ামৰা নিৰ্য্যাতন বন্ধ কৰিবলৈ স্বৰ্গদেৱক কৈও একো ফল নাপালে। গোৰীনাথ সিংহৰ এনে কঠোৰ নীতিয়ে সকলোকে আমুৱালে। মায়ামৰা সকলে তলে তলে সমৰ্থন বিচাৰি দেশে বিদেশে খবৰ ল'লে।

ইতিমধ্যে গৌৰীনাথ সিংহৰ মৃত্যু হ'ল। এওঁ অপুত্ৰক হোৱাত চাৰিং ৰজাৰ পুত্ৰ এবছৰীয়া কিনাৰামে কমলেশ্বৰ সিংহ নাম লৈ স্বৰ্গদেউ হ'ল। পূৰ্ণানন্দ বুঢ়াগোহাঁই প্ৰকৃতাৰ্থত ৰজা হ'ল।

পূৰ্ণানন্দ বুঢ়াগোহাঁই প্ৰকৃতাৰ্থত এক ভবিষ্যত দ্ৰষ্টা ৰাজনীতিজ্ঞ

আছিল আৰু কেপ্টেইন ওৱেলচৰ কৰ্মবাজিয়ে তেওঁৰ তত্ত্বাৱধানত কৰ্মৰ দিশ নিৰ্ণয় কৰাত যথেষ্ট সহায় কৰিছিল। গতিকে ৰাজমন্ত্ৰীয়ে পোন প্ৰথম বাৰৰ বাবে আহোম ৰাজ্যত এক ৰাজকীয় সৈন্যবাহিনী আধুনিক অস্ত্ৰ-শস্ত্ৰৰে সুসজ্জিত কৰি গঠন কৰিলে। মায়ামৰা বিদ্ৰোহীসকলে অলপ দিনৰ ভিতৰতে সাজু কৰা এই সুশৃংখল ৰাজকীয় সৈন্যবাহিনীৰ বিৰুদ্ধে যাবলৈ যথেষ্ট কষ্ট কৰিবলগীয়া হৈছিল। গতিকে ডফলা, পাহাৰীয়া মিৰি আৰু ডফলা বহতীয়া, চিংফৌ আৰু খামটি আনকি মান সকলৰ লগতো তেওঁলোকে মনে মনে সংযোগ স্থাপন কৰিলে। কছাৰী আৰু জয়ন্তীয়া ৰজা সকলেও তেওঁলোকক সহায় কৰিলে নিজৰ দেশত বিদ্ৰোহীক আশ্ৰয় দি। গতিকে মায়ামৰা বিদ্ৰোহীয়ে সুসংহতভাৱে মাজে মধ্যমে আহোম ৰাজ্যত সোমাই আক্ৰমণ কৰি ব্যতিব্যস্ত কৰিবলৈ ধৰিলে।

১৭৯৫ চনত উত্তৰপাৰৰ মায়ামৰীয়াই ডফলা বহতীয়াৰ লগ হৈ শিলঘাটেদি ব্ৰহ্মপুত্ৰ পাৰ হৈ আহোম ৰাজ্যত সোমাল। মহামন্ত্ৰীয়ে সুসজ্জিত সৈন্যবাহিনী পঠিয়াই বিদ্ৰোহীসকলক দমন কৰিলে।

মায়ামৰীয়া বিদ্ৰোহী সকলে মধুৰাম বৈৰাগীৰ মাধ্যমেৰে বৰকান্দাজৰ সহায় ল'লে। কোফাইৰ নেতৃত্বত ডফলা বহতীয়াও লগ হ'লহি। আহোম ৰাজ্যৰ বহুতো গাওঁ আক্ৰমণ কৰিলে। মহামন্ত্ৰীয়ে নিজেই আহি বিদ্ৰোহ দমন কৰিলে। মটক ৰজা ভৰত সিংহই কেপ্টেইন ওৱেলচৰ প্ৰত্যাৱৰ্তনৰ লগে লগে পুণৰ ৰংপুৰৰ ৰাজপাটত বহিল। ভৰত সিংহ ৰজাই ১৭৯১ চনৰ পৰা "ভগদত্ত কুলোত্ভৱ" বুলি মোহৰ মৰাইছিল। ১৭৯৫ চনতো তাকে কৰিলে। মহামন্ত্ৰী পূৰ্ণানন্দই ভৰত সিংহৰ বিৰুদ্ধে নিজেই যুদ্ধ কৰিলে। ভৰত সিংহ পৰাস্ত হৈ পলাই গ'ল। মহামন্ত্ৰীয়ে বাকীবোৰক খুটিয়াপোতা, থালি, জানখনা, উত্তৰ গহপুৰ আদি ঠাইত সংস্থাপিত কৰিলে।

এনেদৰে মহামন্ত্ৰীয়ে বিদ্ৰোহীসকলক নিজৰ কব্জালৈ আনিলে নিজৰ স্বাভাৱিক ৰাজনৈতিক বিচক্ষণতা আৰু উদাৰতাৰে। পিচত মায়ামৰা গোসাঁই পীতাম্বৰক আনি তেওঁকে যত ষড়যন্ত্ৰৰ মূল বুলি বুজি প্ৰাণে নামাৰি স্বাভাৱিক উদাৰতাৰে লিখিত প্ৰতিশ্ৰুতি লৈ থ'লে।

১৭৯৯ চনত ভৰত সিংহই পুণৰ নিজৰ নামত মোহৰ মৰাত তেওঁৰ বিৰুদ্ধে অভিযান চলালে। ভৰত সিংহই চিংফৌৰ লগ হৈ আহোম ৰাজ্যৰ বহুতো গাওঁ ধ্বংস কৰিলে। ভৰত সিংহই চিংফৌৰ বিচা গামৰ ওচৰত আশ্ৰয় ল'লে আৰু ৰামনাথ বৰবৰুৱা নামৰ এজন লোকক পঠিয়াই মান ৰজাৰ সাহায্য বিচাৰিলে কিন্তু কোনো সাহায্য নাপালে। শেষত আহোম সৈন্যই তেওঁক আক্ৰমণ কৰি বধ কৰিলে। তাৰ পিচত ৰংপুৰ নগৰ আহোমে অধিকাৰ কৰিলে।

ভৰত সিংহৰ ৰাজত্বকালত সাধাৰণ প্ৰজা কোনো অসুবিধাৰ সন্মুখীন হোৱা নাছিল। কাৰণ তেওঁৰ দিনত গুৰু পীতাম্বৰদেৱৰ আৰু অন্যান্য বিজ্ঞ লোকৰ পৰামৰ্শমতে কাকো বিনা কাৰণত অসুবিধা নিদিয়াকৈ দেশ চলালে। কোনো ধৰণৰ অত্যাচাৰ প্ৰজাৰ ওপৰত নকৰিলে। গতিকে সকলো অসমীয়া প্ৰজা তেওঁৰ ৰাজত্ব কালত সুখে সন্তোষে আছিল। তদুপৰি মায়ামৰা গোসাঁই অষ্টভুজে ৰাঘৱ বৰবৰুৱাৰ কথামতে সকলোকে শিষ্য কৰাৰ কথা পীতাম্বৰদেৱে একেবাৰে নিবিচাৰিলে। সকলো সত্ৰৰ লগতে তেওঁ ভালভাৱ ৰাখিলে। গতিকে পীতাম্বৰদেৱৰ আহোম ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁইয়ে বিচৰা জামিন আউনি আটি সত্ৰৰ সত্ৰাধিকাৰে দিছিল।

ভৰত সিংহৰ এটা মুদ্ৰাত এনেদৰে লিখা আছে :

এটকীয়া সোণৰ মুদ্ৰা : এপিঠি : শ্ৰীভগদত্ত কুলোদ্ভৱ শ্ৰীভৰথ সিংহ নৃপস্য —শক ১৭১৮।

আনপিঠিত : শ্ৰীশ্ৰীকৃষ্ণ চৰণভ বিন্দ মকৰন্দ প্ৰমত্ত মধুকৰস্য।

জয়ন্ত সিংহ ভূঞাৰ বংশৰ আছিল আৰু জয়ন্ত কুলোত্তৱ বুলি লিখাৰ কাৰণ আছিল নিজকে ক্ষত্ৰিয় বুলি পৰিচয় দিয়া।

এনেদৰে মৰাণ-মটকৰ দ্বিতীয় ৰজাৰ পতন ঘটিল।* কিন্তু মায়ামৰাৰ মনোবল নকমিল। চিংফৌৰ ৰজা বিচা গাম্‌ৰ অধিনত মায়ামৰা সকলে মান ৰজা বদোপয়াৰৰ সহায় বিচাৰিলে আৰু ৰজাই সৈন্য পঠিয়ালে। কিন্তু মহামন্ত্ৰী পূৰ্ণানন্দই ৰঙিলী নামৰ আহোম কন্যাক মান ৰজালৈ উপহাৰ হিচাবে দি বিচাগামৰ মাধ্যমেৰে মান ৰজাক সন্তুষ্ট কৰাত সৈন্য ঘূৰি গ'ল।

ইকালে বেংমৰাত মটক ৰজা সৰ্বানন্দ উঠিৰজা বহি ৰজা হৈ থাকিল। এই কথাত পূৰ্ণানন্দ অসন্তুষ্ট হৈ ১৮০৫ চনৰ মাজভাগত ডেকা ফুকনৰ নেতৃত্বত বেংমৰালৈ প্ৰেৰণ কৰিলে আহোম সৈন্য। সু-সজ্জিত আৰু প্ৰশিক্ষিত আহোম সৈন্যৰ লগত নোৱাৰি সৰ্বানন্দ গৈ চিংফৌ গাৱঁত আশ্ৰয় ল'লে। সৰ্বানন্দ সিংহৰ পুত্ৰ মাতিবৰেও নোৱাৰি হুলুঙাগুৰিলৈ পিচুৱাই গ'ল। বহুতে খাৰ নাপাই মৰিল আৰু থকাখিনিক ঘিলামৰাত স্থাপিত কৰিলে। ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে দেখিলে যে উজনিৰ বেংমৰাত ৰাজধানী পাতি যি মটক ৰাজ্য সৰ্বানন্দ সিংহই প্ৰতিষ্ঠা কৰিলে তাৰ প্ৰায় সকলো প্ৰজাই মৰাণ আৰু তেওঁলোকে প্ৰায়েই আহোম ৰাজত্বৰ বিৰুদ্ধে বহু যুগ ধৰি বিদ্ৰোহ কৰি আছে। গতিকে বলেৰে নোৱাৰি তেওঁলোকক কৌশলেৰে বশ কৰিবলৈ বিচাৰি ভবিষ্যতে যাতে পাহাৰীয়া জাতি বা চিংফৌ বা মানৰ সহযোগত আহোম ৰাজত্বৰ বিৰুদ্ধে নাযায় তাৰ বাবে মহামন্ত্ৰীয়ে মটক ৰজা সৰ্বানন্দ সিংহক আহোম স্বৰ্গদেউৰ বশ হৈ তেওঁৰ অধীনস্থ ৰজা হৈ থাকিবলৈ প্ৰস্তাৱ দিলে। কিন্তু এই প্ৰস্তাৱ কাৰ্য্যকৰী হোৱাৰ আগতেই সৰ্বানন্দ সিংহৰ মৃত্যু হ'ল।

পশ্চিমে তেওঁৰ পুত্ৰ মাত্তিবৰৰ লগত চুক্তি কৰি ব্ৰহ্মপুত্ৰ আৰু বুঢ়ীদিহিং নদীৰ মাজৰ ভূখণ্ডক স্বতন্ত্ৰীয়াকৈ দি বৰসেনাপতি উপাধি প্ৰদান কৰিলে। মাত্তিবৰেও আহোম ৰজাক নগদ ধনৰ পৰিবৰ্তে হাতী, পাটসূতা আদি দিবলৈ সন্মত হ'ল। এনেদৰে বেংমৰা (বৰ্ত্তমান তিনিচুকীয়া) কে কেন্দ্ৰ কৰি মটক ৰাজ্য এখন প্ৰতিষ্ঠিত হ'ল।

## অন্যান্য মটক ৰাজ্য

হৰিহৰ তাঁতীয়ে জাপৰীভিটাত স্বতন্ত্ৰীয়া ৰাজ্য স্থাপন কৰিলে। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত ডফলা পাহাৰৰ নামনিৰ পৰা ব্ৰহ্মপুত্ৰলৈকে বৰ্ত্তমান লক্ষীমপুৰ জিলাৰ বৃহত্তৰ অংশ সামৰি তাঁতি-বাহাৰত ৰাজধানী পাতি সম্পূৰ্ণ গণতান্ত্ৰিক প্ৰক্ৰিয়াৰে গাওঁ বা খেলৰ মুৰব্বী লোক আৰু গাওঁবুঢ়া সকলৰ দ্বাৰা গঠিত পৰামৰ্শদাতা পৰিষদ বহুৱাই ৰাজ্য শাসন কৰিলে আৰু তেওঁৰ শাসনকালত প্ৰজা অতি সুখেৰে থাকিল। তেওঁৰ পিচত বোধকৰো শগুণকণী পৰা ৰজা নামৰ এজন ৰজা হৈছিল। কিন্তু বিদ্ৰোহী নেতা ফোকাইক ৰাজকীয় সৈন্যই বধ কৰাৰ লগে লগে এই ৰজা পলাল আৰু পুণৰ এই খণ্ড আহোম শাসনৰ অধীনলৈ আহিল।

মাজুলীৰ ৰজা হাউহা তাঁতীয়ে কিন্তু বেছিদিন ৰজা হৈ থাকিব নোৱাৰিলে। কাৰণ মটক ৰজা ভৰত সিংহই ১৭৯২ খৃঃ ত মাজুলী তেওঁৰ অধীনলৈ আনিলে। ভৰত সিংহক পৰাস্ত কৰাৰ লগে লগে অন্যান্য খণ্ডৰ লগতে মাজুলীও আহোম শাসনৰ অধীনলৈ আহিল।

বেংমৰাৰ মটক ৰাজ্য অন্যান্য মটক ৰাজ্যৰ তুলনাত স্থায়ী হ'ল। আনকি আহোম শাসনেও বেংমৰাৰ মটক ৰাজ্যক স্বীকৃতি

দিবলৈ বাধ্য হ'ল। তাৰ মূল কাৰণ আছিল উক্ত মটক ৰাজ্যৰ বাসিন্দা মৰাণ জনগোষ্ঠী আছিল শক্তিমন্ত আৰু তেওঁলোকক সোনকালে বশ কৰাটো কষ্টসাধ্য আছিল।

এই মটক ৰাজ্যৰ চাৰিসীমাৰ বিষয়ে বুৰঞ্জী আনকি মায়ামৰা সত্ৰৰ বংশাৱলীও নিমাত। মাত্র উনৈশ শতিকাৰ আগভাগৰ বৃটিছ সকলৰ নথি পত্ৰৰ পৰাহে এই মটক ৰাজ্যৰ বিষয়ে জানিব পৰা যায়। কেপ্টেইন হান্নৰ মতে বেংমৰাৰ পুৰণি নাম আছিল চাংমাই পথাৰ। হেমিলটনে আহোম ৰাজধানীৰ পৰা ৩½ দিনৰ বাটত শদিয়াৰ দক্ষিণত অৱস্থিত বুলি লিখি গৈছে। পেম্বাৰটনে এই ৰাজ্যৰ উত্তৰ আৰু পশ্চিমফালে ব্ৰহ্মপুত্ৰ নদী, দক্ষিণে বুঢ়ী দিহিং নদী আৰু পুবত দিহিং নদীৰ পৰা কুণ্ডিল নালাৰ মুখলৈ দীঘলকৈ ৰেখা টানিলে যি সীমা হ'ব সেয়াই মটক ৰাজ্যৰ পুব সীমা আছিল। হান্নে, ৰবিনচন, মিলছ মেক্‌কোচ আৰু হাণ্টাৰে এই চাৰিসীমাৰ কথাকে লিখিছে। ইম্পিৰিয়েল গেজেটমতে ন-দিহিং, ব্ৰহ্মপুত্ৰ আৰু দক্ষিণৰ পৰ্বতবাজি অৰ্থাৎ পূৰ্বৰ লক্ষীমপুৰ জিলাৰ দক্ষিণ পাৰেই আছিল মটক ৰাজ্যৰ সীমা। মুঠতে ব্ৰহ্মপুত্ৰ আৰু বুঢ়ীদিহিঙৰ মাজৰ ভূমিখণ্ডই হ'ল মটক ৰাজ্য। এই মটক ৰাজ্যৰ মুঠ কালি আছিল প্ৰায় ১৮০০ বৰ্গমাইল। পেম্বাৰটনৰ মতে প্ৰায় ১০,০০০ ঘৰ আৰু ২৫,০০০ লোক ইয়াত আছিল। মুঠতে ব্ৰহ্মপুত্ৰ উপত্যকাত এই অঞ্চলতে জনসংখ্যা অতি বেছি ঘন আছিল। বৃটিছ শাসক সকলে মটক ৰাজ্যক উজনি মটক আৰু নামনি মটক বুলি দুভাগে ভগাইছে। প্ৰকৃততে মটক ৰাজ্যৰ শাসন কালত এনে বিভাজন নাছিল। উজনি মটক ৰাজ্যত প্ৰধানকৈ মৰাণ জনগোষ্ঠীয়ে বাস কৰিছিল। ডিব্ৰু আৰু ডাঙৰী নৈৰ মাজৰ ভূমিখণ্ডই মৰাণ অধ্যুষিত উজনি মটক ৰাজ্য। নামনি মটক ৰাজ্যত প্ৰধানকৈ মটক জনগোষ্ঠীয়েহে বাস কৰিছিল

আৰু বুঢ়ীদিহিং আৰু ব্ৰহ্মপুত্ৰৰ মাজত প্ৰায় ৪৩২,১২৪ একৰ মাটি লৈ এই নামনি মটক। শেষত মটক ৰজাৰ শাসন কালত মান-চিংফৌ আদি জনগোষ্ঠীৰ আক্ৰমণৰ পৰা হাত সাৰিবলৈ আৰু আটাইতকৈ কম কৰ-কাটল দি আৰামত থাকিবলৈ অ-মায়ামৰীয়ালোকে আহোম ৰাজ্যৰ পৰা উঠি আহি ইয়াত বসবাস কৰিবলৈ ধৰে। সেইসকলক মায়ামৰা লোকে বাহুনীয়া বুলি কয়। ৰঙাগড়া সৰ্বানন্দ সিংহৰ অস্থায়ী ৰাজধানী আছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ লগত মটক ৰজা সৰ্বানন্দই বহুবাৰ যুদ্ধ কৰিবলগীয়া হোৱাত কেতিয়াবা কেতিয়াবা ভিতৰুৱা ঠাইতো অস্থায়ী ৰাজধানী পাতিছিল। ৰবচকৰী আৰু সৰুচকৰী এনে দুখন অস্থায়ী ৰাজধানী আছিল। ১৭৯১ চনত সৰ্বানন্দ সিংহই ৰঙাগড়া ত্যাগ কৰি বৰ্ত্তমানৰ তিনিচুকীয়া তেতিয়াৰ বেংমৰাত ৰাজধানী পাতে আৰু সেই ৰাজধানীয়েই বৃটিছে মটক ৰাজ্য নোলোৱালৈকে ৰ'ল।

মটক ৰজা সৰ্বানন্দ সিংহ বুককচুতীয়া ফৈদৰ। স্বাভাৱিকতেই আহোম বুৰঞ্জীত মটক ৰজাৰ বিষয়ে বিশেষ লিখি থোৱা হোৱা নাই। কিন্তু "চুংকিচন্দ্ৰ" নামৰ মটক ৰজাৰ বংশাৱলীত সৰ্বানন্দৰ বিষয়ে বিশেষভাৱে তথ্য পোৱা যায়। এই বংশাৱলী প্ৰিয় গোহাঁই নামৰ সৰ্বানন্দ সিংহৰ পৰিনাতি এজনে লিখা। চ্যুকিচন্দ্ৰ মতে সৰ্বানন্দ সিংহ চুটিয়া বংশৰ আৰু চুটিয়া বংশৰ আদি ৰজা স্বৰ্ণনাৰায়নৰ বংশধৰ। মৰুৎনন্দন শদিয়াৰ লোক আছিল। স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ (১৭৬১ খৃঃ ৰ পৰা ১৭৬৯ খৃঃ লৈ) দিনত সৰ্বানন্দ সিংহৰ পিতৃ মৰুৎনন্দনে পুতেক মেজেৰা (সৰ্বানন্দ) ক বোকোচাত বান্ধি পুখুৰী খান্দি থাকোতে স্বৰ্গদেৱে দেখি মৰুৎনন্দনক কামৰ পৰা অব্যাহতি দিয়ে। মৰুৎনন্দনৰ পত্নীৰ নাম আছিল পাতয়। মৰুৎনন্দনে মেজেৰাৰ বিয়াৰ বয়স হোৱাত সুৰসেন নামৰ এজন চুথীয়া লোকৰ

জীয়েক মুলজীক মেজেৰালৈ বিয়া কৰাই আনে। লমৰাভ মাজিৰৰ নামৰ এটি পুত্ৰ সন্তান ওপজে বিয়াৰ কিছুদিনৰ পিছত মেজেৰাই গোসাঁই অষ্টভূজৰ শৰণ ল'লে।

লক্ষ্মীসিংহ স্বৰ্গদেৱে মটক নিধন যজ্ঞৰ আদেশ দিওঁতে মেজেৰাও বন্দী হৈছিল আৰু ৰংদৈ নামৰ ঠাইত মটক-মৰাণ বিদ্ৰোহীক একত্ৰিত কৰি ৰজাঘৰীয়া অত্যাচাৰ কথা নিজ চকুৰে দেখিছিল। গতিকে মেজেৰাই আহোম স্বৰ্গদেউৰ ওপৰত প্ৰতিশোধ লবলৈ ৰংদৈৰ পৰা পলাল আৰু হৰিহৰ তাঁতীৰ লগত যোগ দি গৌৰীনাথ সিংহৰ দিনত আহোম ৰাজ সিংহাসনৰ থৰকি কঁপালে। ভৰত সিংহ ৰংপুৰত ৰজা হোৱাত সৰ্বানন্দই নিজ দেশ বেংমৰালৈ আহি নিজে ৰজা হ'ল। তেওঁৰ পাৰিষদবৰ্গই স্বৰ্গদেউ সৰ্বানন্দ সিংহ বুলি তেওঁক নামকৰণ কৰিলে আৰু এই কথাত মায়ামৰা গোসাঁই পীতাম্বৰদেৱৰ যথেষ্ট অবিহণা আৰু আশীৰ্বাদ আছিল। সৰ্বানন্দ সিংহ স্বৰ্গদেৱে কিন্তু সম্পূৰ্ণ গণতান্ত্ৰিক পদ্ধতিৰে খেলদাৰ আৰু বয়োজ্যেষ্ঠ সকলৰে সভা গঠন কৰি ৰাজ্য শাসন কৰিছিল। গোধা অৰ্থাৎ গোপীনাথক বৰবৰুৱা পাতি তেওঁ ৰাজ্য শাসন কৰিছিল। কিছুমান বুৰঞ্জীত গোপীনাথক "কৰ্ত্তব্য কুশল চক্ৰী" বুলি বৰ্ণনা কৰিছে।

প্ৰথমতে শদিয়াৰ খামটি আৰু ন-দিহিঙৰ ছজন চিংফৌ গামে ন-দিহিং আৰু বুঢ়ী দিহিঙৰ মাজৰ কেইখনমান গাঁৱৰ মানুহ মাৰিলে। কিন্তু কিছু সংখ্যক চিংফৌগামৰ সহায় লৈ এই উপক্ৰমৰ পৰা হাত সাৰিলে। পিচত চিংফৌগামসকলে আহোমৰ বিৰুদ্ধেও সৰ্বানন্দ সিংহক সহায় কৰিছিল। আনকি মহামন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁইয়ে সৰ্বানন্দক স্বীকৃতি দিছিল। এই কথা সত্য যে আহোমে সৰ্বানন্দ সিংহৰ লগত কোনো চুক্তি কৰিব নোৱাৰিলে আৰু "বৰসেনাপতি"

উপাৰিও সৰ্বানন্দৰ পুত্ৰেক মাত্তিমৰকহে দিলে, সৰ্বানন্দক নহয়। স্বৰ্গদেউ সৰ্বানন্দ সিংহই আহোমৰ হাতত পৰাস্ত হৈ চিংফৌগামৰ আশ্ৰয় লৈছিল আৰু চিংফৌগামৰ যোগেদি মান ৰজাৰ সাহায্য বিচাৰিছিল। কিন্তু বিচক্ষণ ৰাজমন্ত্ৰী পূৰ্ণানন্দই সৰ্বানন্দক নিজৰ হাতত ৰাখিবলৈ তেওঁক স্বীকৃতি দিলে। এইয়া হ'ল ৰাজমন্ত্ৰী বুঢ়াগোহাঁইৰ ৰাজনৈতিক বিচক্ষণতা।

সৰ্বানন্দই আহোম স্বৰ্গদেউক কোনো কৰ-কাটল দিয়া নাছিল কাৰণ স্বীকৃতিৰ চিহ্ন স্বৰূপে সৰ্বানন্দ সিংহই আহোম ৰজাৰ লগত চুক্তি কৰাৰ আগতেই তেওঁৰ মৃত্যু হৈছিল। গতিকে তেওঁক কৰতলীয়া ৰজা বুলিও আহোম বুৰঞ্জীয়ে কব পৰা নাই। তেওঁ নিজৰ বাহু বলেৰে হোৱা ৰজা। সৰ্বানন্দ সিংহ স্বৰ্গদেউ হৈয়েই মৃত্যু হৈছিল।

সৰ্বানন্দ সিংহই গোসাঁই অষ্টভূজৰ ওচৰত শৰণ লৈছিল আৰু অষ্টভূজে আশীৰ্ব্বাদ দিছিল।

"সৰ্বলোক পালিবেক দুখ কৰি অন্ত।

এতেকেসে দিলা গুৰু নাম "সৰ্বানন্দ"॥

চুৎকিচন্দ্ৰৰ মতে সৰ্বানন্দ মেজেৰাৰ গুৰুপ্ৰদত্ত নাম। সৰ্বানন্দ সিংহৰ লগত শৰণ লোৱা অন্য ভক্তবৃন্দ হৈছে—

১) গোধা ( গোপীনাথ ) (২) কাচিনলীয়া ৩) নাহৰ ( ৰমাকান্ত ) (৪) বাঘৰ ( গয়পানি ) (৫) গাগিনী ৰৰভেকা (৬) বাদল (৭) ভৰত সিংহ।

সৰ্বানন্দৰ পাভই আৰু ৰৱণী নামৰ আন দুগৰাকী ভাৰ্য্যা আছিল। বেংমৰাত স্থায়ী ৰাজধানী পাতি স্বৰ্গদেউ সৰ্বানন্দ সিংহই ৰাজধানীৰ চাৰিওকালে গড় মৰাই, পুখুৰী খন্দাই, মাৰ ঘৰ, কাৰেংঘৰ, মেলৰ চ'ৰা আদি নিৰ্মাণ কৰালে।

১৭১৩ শকৰ পৰা ১৭১৬ শকলৈ তেওঁ নিজৰ নামেৰে "শ্ৰীশ্ৰীস্বৰ্গদেৱ সৰ্বানন্দ সিংহ নৰেন্দ্ৰস্ত" বুলি সোণৰ আৰু ৰূপৰ মোহৰ মৰাইছিল। তেওঁৰ তিনিগৰাকী ভাৰ্য্যাৰ পৰা তিনিজন পুত্ৰৰ জন্ম হয়।

১ম গৰাকী ৰাণী স্মুলভীৰ পুত্ৰ —মাতিবৰ
২য় গৰাকী ৰাণী পাভইৰ পুত্ৰ —কলিবৰ
৩য় গৰাকী ৰাণী ৰৰণীৰ পুত্ৰ —কমলেশ্বৰ

স্বৰ্গদেউ সৰ্বানন্দ সিংহ অতীৱ ধৰ্মপৰায়ণ লোক আছিল। শাস্ত্ৰ ভাগৱত আদিৰ চৰ্চা কৰিছিল। ১৭৮৮ খৃঃ ৰ পৰা ১১ বছৰ কাল সুখ্যাতিৰে ৰাজত্ব কৰি ১৭৯৯ খৃঃ ত অংগক্ষত হৈ থাকিব লগা হয়। ১৮০২ খৃঃ ত তেওঁৰ মৃত্যু হয়। শয্যাশায়ী হৈ থকা কালতে ৰৰপুত্ৰ মাতিবৰক "বৰসেনাপতি" খিতাপি দি ৰাজ্য চলাইছিল।

প্ৰধানমন্ত্ৰী গোধা (গোপীনাথ) বৰবৰুৱাই স্বৰ্গদেউ সৰ্বানন্দৰ নিৰ্দ্দেশত ন-আলি, ৰঙাগড়া আলি, গোধা আলি, হাতীআলি, জয়পুৰ, ৰাজগড় আলি বন্ধাইছিল আৰু বৰ্ত্তমান তিনিচুকীয়া চহৰৰ তিনি-কোণীয়া বা তিনিচুকীয়া পুখুৰী খন্দাইছিল। এইজনা বৰবৰুৱাৰ নগাৰ হাতত মৃত্যু হয় বুলি প্ৰবাদ আছে।

ন-পুখুৰী, বেংমৰা পুখুৰী, দা-ধৰোৱা, গা-ধোৱা, চাউল-ধোৱা, মাহ-ধোৱা, কেৰাহি পুখুৰী, দেৱী পুখুৰী, তিনিচুকীয়া পুখুৰী, গুকান পুখুৰী আদি বহু পুখুৰী স্বৰ্গদেৱে খন্দাইছিল।

পিতৃ বিয়োগৰ আগে আগে স্বৰ্গদেউ সৰ্বানন্দ সিংহৰ পৰা মাতিবৰে ৰাজ্য শাসনৰ সকলো দায়িত্ব লৈছিল। বাপেকৰ মৃত্যুৰ পিচত ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ লগত চুক্তিবদ্ধ হয় আৰু ৰব-

সেনাপতি উপাধিৰ স্বীকৃতি পায়। মাতিবৰে আহোম ৰজাক হাতী আৰু পাট সূতাহে কৰ হিচাবে দিব লাগিছিল। এই ব্যৱস্থা ১৮০৫ চনৰ শেষৰ ফালে হৈছিল।

মাতিবৰ বৰসেনাপতিয়ে ১৭৫৫ শকত বৰভেটি, চাৰিহাট সত্ৰত মানৰ হাতত বন্দী হৈ থকা ভক্তানন্দ, জ্ঞানানন্দ আৰু জয়ানন্দ দেৱক মুকলি কৰি আনি বঙাগড়াতে প্ৰথমে সত্ৰ স্থাপন কৰি পাছত দিনজান নদীৰ পাৰত স্থায়ী সত্ৰ স্থাপন কৰে। বৰ্তমান এই সত্ৰ দিনজয় নামে মায়ামৰাৰ প্ৰধান সত্ৰ। উল্লেখযোগ্য যে মাতিবৰ বৰসেনাপতিয়ে গোঁসাইঘৰীয়া যাৱতীয় শাস্ত্ৰ-ভাগৱত আদিও উদ্ধাৰ কৰি আনে।

ইয়াণ্ডাবু সন্ধিৰ পাচতে ১৮২৬ খৃঃ ৰ পৰা মৃত্যুৰ সময়লৈকে মাতিবৰ বৰসেনাপতি সমগ্ৰ মটক ৰাজ্যৰ শাসনাধিপতি হৈ আছিল। আহোমৰ লগতো বিচক্ষণ মাতিবৰে অতি মিত্ৰভাৱে চলিছিল আৰু আহোম স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহই মাতিবৰৰ ভাতৃ কলিবৰক বুঢ়াগোহাঁই পদত অধিষ্ঠিত কৰি মহামন্ত্ৰী পাতিছিল। কলিবৰ বুঢ়াগোহাঁই চন্দ্ৰকান্ত সিংহৰ পৰম বিশ্বাসী আছিল। এই বিষয়ে পিছত বহলাই লিখা হৈছে।

মাতিবৰ বৰসেনাপতিৰ দিন'তই অসমত মানৰ আক্ৰমণ আৰু অত্যাচাৰ আৰু চন্দ্ৰকান্ত সিংহক আহোম সিংহাসনত তুৰাৰ বহুতো আদি কাণ্ড ঘটিছিল। মটক ৰাজ্যৰ বাহিৰে বাকী ব্ৰহ্মপুত্ৰ উপত্যকাত মানৰ অত্যাচাৰত মানুহ পৰ্বতে পাহাৰে, হাবিয়ে-জংঘলে থাকিও তত পোৱা নাছিল। মটক ৰাজ মাতিবৰৰ লগত চিংফৌৰ বিচাগামৰ জৰিয়তে মানৰ ভাল সম্বন্ধ ঘটিছিল। মটক ৰাজ্যৰ বাহিৰে আহোম ৰাজ্যত যি অমানুষিক অত্যাচাৰ মানে কৰিছিল তাৰ পৰা বেহাই পাবলৈ মাতিবৰে মান ৰজাৰ লগত ভাল সম্বন্ধ ৰাখিছিল আৰু ই আছিল মাতিবৰৰ ৰাজনৈতিক বিচক্ষণতা। স্বৰ্গদেউ

চন্দ্ৰকান্ত সিংহই প্ৰতাপী মাণ্ডিবৰৰ লগত ভাল সম্বন্ধ ৰাখিছিল আৰু চন্দ্ৰকান্ত সিংহৰ সৈন্যৰ লগত মাণ্ডিবৰ বৰসেনাপতিয়ে মানৰ সৈন্যৰ সতে মিলি পুৰন্দৰ সিংহ স্বৰ্গদেউৰ বুঢ়াগোহাঁই ৰুচিনাথৰ বিৰুদ্ধে মটক সৈন্যবাহিনী প্ৰেৰণ কৰিছিল স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহৰ অনুৰোধ ক্ৰমে। ফলত পুৰন্দৰ সিংহ আৰু ৰুচিনাথ বুঢ়িহৰ ৰাজ্যত সোমাল। বুঢ়িহে কিন্তু প্ৰথমতে সহায় কৰিবলৈ অমান্তি হ'ল। মান ৰজাই চন্দ্ৰকান্ত সিংহৰ অৱস্থিতি দৃঢ় কৰিলে।

স্বৰ্গদেউ চন্দ্ৰকান্তই মানৰ অধীনত থাকিবলৈ ভাল নাপালে। গতিকে মটক ৰজা মাণ্ডিবৰ বৰসেনাপতিৰ সহায় এই বিষয়ত অত্যন্ত আৱশ্যকীয় হ'ব বুলি জানি মাণ্ডিবৰৰ ভায়েক কলিবৰক বুঢ়াগোহাঁই পদত অধিষ্ঠিত কৰিলে। ইতিমধ্যে বুঢ়া মান ৰজাৰ মৃত্যুৰ পিছত নতুন মান ৰজাই মিঙিমাহা তিলোৱাক অসমলৈ প্ৰেৰণ কৰি চন্দ্ৰকান্ত সিংহই জয়পুৰত মৰা গড়টো দেখি স্বৰ্গদেউৰ মনৰ কথা বুজি আহোম সৈন্যক পৰাস্ত কৰি স্বৰ্গদেউক ধৰিবলৈ যোৰহাটলৈ আগবাঢ়িলে। ভয় খাই চন্দ্ৰকান্ত সিংহই মাণ্ডিবৰ বৰসেনাপতিৰ ভাই কলিবৰ বুঢ়াগোহাঁইক শাসনভাৰ গতাই পলাল। কলিবৰে মান সেনাপতিৰ বিৰুদ্ধে যুদ্ধ কৰি বন্দী হ'ল আৰু পিচত মানৰ হাতত মৰা পৰিল। পুতলা ৰজা হিচাবে যোগেশ্বৰ সিংহক ৰাজপাটত বহুৱাই মান সেনাপতিয়ে অসমত যি অত্যাচাৰ চলালে তাৰ কথা অসমীয়া মানুহৰ মনৰ পৰা কেতিয়াও মচ নেখায়। মাণ্ডিবৰ বৰসেনাপতিয়ে চন্দ্ৰকান্ত সিংহ স্বৰ্গদেউ পলাই যোৱাত আৰু কলিবৰ বুঢ়াগোহাঁইৰ মানৰ হাতত মৃত্যু হোৱাত মান ৰজাৰ প্ৰতি সম্পূৰ্ণ আনুগত্য প্ৰকাশ কৰিলে। এই আনুগত্যৰ চিন স্বৰূপে নিজৰ ৰাজসভাত মানৰজাৰ প্ৰতিনিধি কামিনী ফুকনক ৰাখিলে আৰু মানৰজালৈ নিজৰ এজনী ছোৱালী দি সম্বন্ধ সুদৃঢ় কৰিলে। এই সকলোবোৰ কাম বিচক্ষণ বৰসেনাপতিয়ে মটক

ৰাজ্যক মানৰ আক্ৰমণৰ পৰা ৰক্ষা কৰিবলৈহে কৰিছিল, ব্যক্তিগত স্বাৰ্থত নহয়। গতিকে আহোম ৰাজ্যত মানুহ থাকিব নোৱাৰা অৱস্থাত মটক ৰাজ্যত প্ৰজা কোনো অসুবিধা নোপোৱাকৈ শান্তিৰে আছিল। এই কথা আনকি বৃটিছ শাসক সকলেও ( পেম্বাৰটন, হান্নে আদিয়ে ) স্বীকাৰ কৰি থৈ গৈছে। ব্ৰহ্মদেশৰ ৰজাইও বৃটিছৰ বিৰুদ্ধে যাবলৈ মটক ৰাজৰ সহায় সহযোগ অপৰিহাৰ্য্য বুলি জানি তেওঁলোকৰ লগত ভাল সম্বন্ধ ৰাখিছিল। গতিকে মানে মটক ৰাজ্যত কোনো অত্যাচাৰ নকৰিছিল।

মানৰ দিনত মটক ৰজা আৰু চিংফৌৰ মাজত মনোমালিন্য ঘটে। বোধকৰো মটক ৰজাই আহোম স্বৰ্গদেউৰ লগত ভাল সম্বন্ধ ৰখাত চিংফৌ গামে ভাল পোৱা নাছিল। গতিকে সুযোগ বুজি ১৮২৫ খ্ৰঃ ৰ মাৰ্চ মাহৰ দ্বিতীয় সপ্তাহত চিংফৌয়ে মটক ৰাজ্য আক্ৰমণ কৰিলে আৰু খামটি ৰজা শদিয়াখোৱা গোহাঁইৰ ৰাজ্যও আক্ৰমণ কৰিলে। তেতিয়া ছুয়োজন ৰজাই বৃটিছৰ সাহায্য বিচাৰিলে। বৃটিছে তৎক্ষণাত সহায় কৰিলে আৰু লেফ্‌টেনেণ্ট নিউভিলক প্ৰেৰণ কৰিলে, বৰসেনাপতি আৰু খামটি ৰজাই বৃটিছক পূৰ্ণদমে সহায় কৰাত চিংফৌ গাম বিলাকে বৃটিছৰ ওচৰত আত্মসমৰ্পন কৰিলে। লেফ্‌টেনেণ্ট নিউভিলে বৰসেনাপতি আৰু শদিয়াখোৱা গোহাঁইক নগদ ধনেৰে পুৰস্কৃত কৰিলে।

চিংফৌ অভিযানত মটক সকলৰ সাহসী আৰু বলিষ্ঠ কৰ্মৰাজি দেখি আৰু সকলো মটকৰে সুস্বাস্থ্য দেখি বুজি পালে যে অসমত কেৱল মটক আৰু খামটিয়েহে ব্ৰহ্মদেশৰ সীমান্ত শান্ত কৰি ৰাখিব পাৰিব। গতিকে মটক আৰু খামটি ৰাজ্য বৃটিছে লৈ তেওঁলোকক গভাই দিয়াৰ পক্ষত তেওঁলোকে মত দিছিল। তদুপৰি মটক ৰজা আৰু শদিয়াখোৱা গোহাঁইক "বিশেষ চিহ্ন" দিব লাগে বুলি মত

পোষণ কৰিছিল। কলিকতা কাউন্সিলে মটকক স্বতন্ত্ৰীয়াকৈ ৰাখিলে আহোম ৰজাৰ লগত লাগি থাকিব বুলি ভয় কৰিছিল কিন্তু ডেভিদ স্কট চাহাবে মটক ৰাজ্য আৰু আহোম ৰাজ্যৰ সীমা নিৰ্দ্ধাৰণ কৰি দি সেই সমস্যাও দূৰ কৰিলে। গতিকে ১৮২৬ খৃঃ ত ১৩ মে তাৰিখে মটকৰ বৰসেনাপতিৰ লগত বৃটিছে চুক্তি কৰিলে। এই চুক্তিমতে বৰসেনাপতিয়ে পাইকৰ ৩০০ গোট সৈন্য যোগান ধৰিবলৈ আৰু বৃটিছ অভিযান তেওঁৰ দেশৰ মাজেদি হ'লে প্ৰয়োজনীয় ৰচদ-পাতি যোগান ধৰিবলৈ মান্তি হ'ল। কিন্তু তেওঁ গোচৰ নিষ্পত্তিৰ ক্ষমতা আৰু বিচাৰ কৰাৰ ক্ষমতা কমালে। তেওঁৰ ৰাজ্যত হত্যা, ডকাইতি, ৫০ টকাতকৈ বেছি চুৰি আদি বিষয়বোৰ বৃটিছ এজেণ্টলৈ প্ৰেৰণ কৰিব লাগিব আৰু বৃটিছ আদালতে আচামীৰ বিচাৰ কৰিব। তেওঁ কোনো কৰ-কাটল দিব নেলাগিছিল। কিন্তু বৃটিছ ৰাজ্যৰ পৰা কোনো লোক তেওঁৰ ৰাজ্যত সোমালে জনমূৰি খাজনা তেওঁলোকৰ পৰা তুলি দিব লাগিছিল। তেনে লোকৰ খাজনা লবলৈ বৰসেনাপতিৰ ৰাজধানীত এজন বৃটিছ বিষয়া থাকিল।

ইতিমধ্যে পুৰন্দৰ সিংহ স্বৰ্গদেউৰ ৰাজ্য ১৮৩৮ চনৰ অক্টোবৰ মাহত বৃটিছে ল'লে। বৃটিছে বৰসেনাপতিৰ লগত কৰা চুক্তিও সলনি কৰিবলৈ বিচাৰিলে। বৰসেনাপতিয়ে তেওঁৰ ৰাজ্যত থকা পাইকৰ সংখ্যা কমকৈ দেখুৱাইছে বুলি বৃটিছ শাসক সকলৰ সন্দেহ আছিল। তদুপৰি কৰকাটল নিদিয়াকৈ এখন ৰাজ্য বৰসেনাপতিক শাসন কৰিবলৈ দিয়াৰ যি পৰিবেশ ১৮২৬ খৃঃ ত আছিল, আহোম ৰাজ্য হস্তগত কৰাৰ পিচত সেই পৰিবেশ নাছিল। গতিকে বৰসেনাপতিক বৃটিছৰ কৰতলীয়া কৰিবলৈ প্ৰথমতে ১০,০০০ টকাৰ কৰ দিবলৈ প্ৰস্তাৱ কৰাত আৰু তাকে কৰিলে "ৰজা" উপাধি প্ৰদান কৰিব বুলি লোভ দেখুৱাত সেয়া বৰসেনাপতিয়ে নামঞ্জুৰ কৰিলে। ইতিমধ্যে

শদিয়াখোৱা গোহাঁই আৰু বৰসেনাপতিৰ মাজত চৈখোৱাত বসবাস কৰা আহোম ৰাজ্যৰ পৰা অহা ভগনীয়া সকলক কোনে শাসন কৰিব তাকে লৈ মনোমালিন্য ঘটিল। বৃটিছে তুয়োজনকে তাতে থকা বৃটিছ এজেন্টৰ ওচৰত উপস্থিত হ'বলৈ নির্দেশ দিলে। কিন্তু খামটি ৰজাই তাক অমান্য কৰি জোৰকৈ চৈখোৱা অঞ্চল নিজৰ হাতলৈ আনিলে। গতিকে খামটি ৰজাক ক্ষমতাচ্যুত কৰি গুৱাহাটীলৈ নজৰবন্দী কৰি আনিলে আৰু খামটি ৰাজ্য আৰু চৈখোৱা অঞ্চল বৃটিছ শাসনৰ অধীনলৈ আনিলে।

খামটি ৰজাৰ অৱস্থা দেখি বৰসেনাপতিয়ে বৃটিছে বিচৰা ১০,০০০ টকাৰ কৰ সোধাবলৈ মান্তি হ'ল আৰু ১৮৩৫ চনত ২১ জানুৱাৰী তাৰিখে নতুন চুক্তি স্বাক্ষৰিত হ'ল। এই চুক্তিমতে বৰসেনাপতিয়ে চৈখোৱা অঞ্চল এৰি দিলে আৰু ৩০০ পাইকৰ ওপৰত মানুহে প্ৰতি ৬ টকাকৈ মুঠ ১৮০০ টকাও দিবলৈ মান্তি হ'ল। নগদ ১০,০০০ টকাতো আছেই।

বৰসেনাপতি বৃদ্ধ হোৱাত তেওঁৰ সাতজন ডাঙৰ পুত্ৰৰ মাজত তেওঁৰ ৰাজ্য সাত খণ্ড কৰি ভগাই দিলে শাসনৰ সুবিধাৰ কাৰণে। জেন্‌কিনচে এই ব্যৱস্থাৰ মাজেদিয়েই সাতোজন পুত্ৰৰ মাজত বিভাজন আনিবলৈ সুবিধা হ'ব বুলি ভাবিলে কাৰণ এতিয়া মান ৰজাৰ লগত চুক্তি হোৱাৰ পিচত মান ৰজাক নিয়ন্ত্ৰণত ৰাখিবলৈ মটক বৰসেনাপতিক হাতত ৰখাৰ আৱশ্যকতা নোহোৱা হ'ল আৰু তদুপৰি মটক ৰাজ্যত চাহখেতি স্বাভাৱিকতে হয় আৰু সেয়া কোম্পানীৰ ৰাজহ বৃদ্ধিৰ এক ভাল উপায় হ'ব বুলি ভাবিলে। গতিকে ১৮৩৮ চনৰ মাৰ্চ মাহত জেন্‌কিন্‌চে কেপ্টেইন হোৱাইটক মটক ৰাজ্যলৈ পঠালে। হোৱাইটে মটক ৰাজ্য ভ্ৰমণ কৰি বৰসেনাপতিৰ মৃত্যুৰ পিচত বৰসেনাপতিয়ে দি যোৱাৰ দৰে সাতোজন পুত্ৰৰ মাজতে মটক ৰাজ্য ভাগ কৰি দি প্ৰতিজন পুত্ৰই সংগৃহীত ৰাজহৰ আধা অংশ বৃটিছক দিব বুলি চুক্তি

কৰিবলৈ প্ৰস্তাৱ পঠালে। জেন্‌কিন্‌চে এই প্ৰস্তাৱ চৰকাৰলৈ প্ৰেৰণ কৰাত এনে অনাহূত হস্তক্ষেপে মটক ৰাজ্যত বিদ্ৰোহৰ সৃষ্টি হ'ব বুলি এই প্ৰস্তাৱ চৰকাৰে নাকচ কৰিলে।

ইতিমধ্যে বৰসেনাপতিৰ স্বাস্থ্য ভাগি পৰিল। গতিকে তেওঁ ৰাজসভাত সকলো বিষয়া, খেলদাৰ আৰু বিভিন্ন বৰগাওঁবুঢ়াৰ লগত আলোচনা কৰি তেওঁৰ দ্বিতীয় পুত্ৰ ভগীৰথ বা মাজু গোহাঁইকে নিজৰ উত্তৰাধিকাৰী মনোনীত কৰিলে আৰু মাজু গোহাঁইৰ হাতত দেশ শাসনৰ ভাৰ ন্যস্ত কৰি নিজে অব্যাহতি ল'লে। এই প্ৰস্তাৱ বৃটিছলৈ পঠোৱাত সাময়িকভাৱে প্ৰস্তাৱ মঞ্জুৰ কৰিলে আৰু কলে যে বৃটিছৰ সম্মতি নোলোৱাকৈ কোনো পুত্ৰকে বৰসেনাপতিয়ে একেবাৰে ৰাজ্য দিব নোৱাৰিব। ১৮৩৯ চনৰ ২ জানুৱাৰী তাৰিখে এই বিচক্ষণ পুৰুষৰ মৃত্যু হয় আৰু মটকৰাজ্যৰ ভাগ্য ৰবি কলীয়া ডাৱৰে ঢাকি ধৰে।

বৰসেনাপতিৰ মৃত্যুৰ কেইদিনমানৰ পিচত কেপ্টেইন হান্নেয়ে মটক ৰাজ্যলৈ আহে আৰু দেখে যে মাজু গোহাঁয়ে ইতিমধ্যে বৰসেনাপতিৰ শাসনভাৰ গ্ৰহণ কৰিছেই। বৰসেনাপতিয়ে এৰি থৈ যোৱা ব্যৱস্থা আঁতৰাই নতুন কিবা এটা কৰাটো একেবাৰে সমীচিন নহব বুলি কেপ্টেইন হান্নেৰ ভাৱ হ'ল। ইতিমধ্যে মটক ৰাজ্যত বৰসেনাপতিৰ শাসনকালৰ শেষৰ ফালে মটক আৰু মৰাণ এই দুই জনগোষ্ঠীৰ মাজত মনোমালিন্যই দেখা দিলে। আগতেই কোৱা হৈছে আদিতে মৰাণেই মটক আৰু মটক নামতো চিংফৌ, খামটি আৰু আহোমে উজনি অসমৰ আদিম জনগোষ্ঠী মৰাণকে দিছিল। কিন্তু মায়ামৰীয়া বিদ্ৰোহৰ পিচত যি কোনো জাতিৰ মানুহেই মায়ামৰা গোসাঁইৰ শৰণ লৈ মটক নাম পায় আৰু মটকৰ ওপৰত আহোম স্বৰ্গদেউসকলৰ আৰু অন্যান্য প্ৰজাৰ অত্যাচাৰ বাঢ়ি যোৱাত বিভিন্ন

জাতৰ মাজত মায়ামৰা গোসাঁইৰ শিষ্য হ'লেই একে —এই ভাৱ হৈ মটক জাতি সবাৰ এক স্বকীয় পৰিচয় উদ্ভৱ হ'ল। উজনীৰ হাবিতলীয়া, কাকতলীয়া মৰাণে কিন্তু বিভিন্ন জাত মটক জনগোষ্ঠীত আছি মিলিত হৈ আদিম পৰিচয় ধুৱলী-কুঁৱলী কৰা কথাটো একেবাৰে পছন্দ কৰা নাছিল। কিন্তু ঐতিহাসিক কাৰণতেই মৰাণ সকলৰ মাজত বহুতো জাত সোমায় ( যেনে আহোম, চুতীয়া, কছাৰী, কোঁচ, কেওঁট, কলিতা, ব্ৰাহ্মণ, কৈৱৰ্ত্ত আদি অসমীয়া জাতিৰ উপাদান )। নামনি মটক ৰাজ্যত সম্মিলিত মটক জাতিৰ গঠন হৈছিল। এই মটক জাতিক প্ৰকৃত মৰাণ নহয় বুলি উজনিৰ মটক ৰাজ্যৰ আদিম বাসিন্দা মৰাণসকলে ভাবিছিল। তদুপৰি আন এটা প্ৰধান কাৰণ আছিল ধৰ্মগুৰুক লৈ। মটক বৰসেনাপতিয়ে প্ৰথমতে ৰঙাগঁড়াত আৰু পিচত দিনজয়ত পীতাম্বৰদেৱৰ বংশধৰ সকলক আনি দিন্‌জয় সত্ৰ স্থাপন কৰাৰ কথা উল্লেখ কৰা হৈছেই। কিন্তু পীতাম্বৰদেৱ, অনিৰুদ্ধদেৱৰ কন্যাৰ ফালৰহে, পুৰুষৰ ফালৰ কাচিনলীয়া ভবানন্দ অৰ্থাৎ অষ্টভূজৰ ৬ষ্ঠ সন্তান কৃষ্ণভূজহে এই ভাৱ মৰাণ সকলৰ আছিল আৰু টিপুক সত্ৰৰ সত্ৰাধিকাৰ কৃষ্ণভূজকে অষ্টভূজৰ প্ৰকৃত উত্তৰাধিকাৰী বুলি গণ্য কৰিছিল। কিন্তু মটক বৰসেনাপতিয়ে পীতাম্বৰদেৱৰ বংশধৰ ভক্তানন্দকে দিন্‌জয়ত স্থাপিত কৰাত স্বাভাৱিকতে মৰাণসকলে কথাটো ভাল নাপালে। তদুপৰি নামনি মটক ৰাজ্যত দিন্‌জয় সত্ৰ অধিক জনপ্ৰিয় হ'ল আৰু এই অঞ্চলৰ সকলো মৰাণ-মটকেই এই সত্ৰৰ সেৱক হ'ল। বৰসেনাপতিৰ পুত্ৰ মাজু গোহাঁইও ভক্তানন্দদেৱৰ পৰম ভক্ত আছিল আৰু দিন্‌জয় সত্ৰৰ উন্নতিৰ অৰ্থে কাম কৰিছিল। টিপুক সত্ৰৰ পৃষ্ঠপোষকতা মৰাণৰ খেলদাৰ, গাওঁবুঢ়াসকলে উজনি মটক ৰাজ্যত কৰিছিল আৰু দিন্‌জয় সত্ৰৰ তুলনাত এই টিপুক সত্ৰই ৰজাঘৰীয়া পৃষ্ঠপোষকতা পোৱা নাছিল। তদুপৰি টিপুক সত্ৰৰ

সত্ৰাধিকাৰৰ পৰিয়াল মৰাণ সমাজৰ লগত বৈবাহিক আদান-প্ৰদান কৰি সেই সমাজৰে এক হৈ আছিল। দিনজয় সত্ৰৰ সত্ৰাধিকাৰৰ পাৰিয়ালে কিন্তু শিষ্যসকলৰ লগত কোনো বৈবাহিক আদান-প্ৰদান কৰা নাছিল। এনেবোৰ কাৰণতে টিপুক সত্ৰৰ সেৱক উজনিৰ মৰাণ সকলৰ দিনজয় সত্ৰৰ ওপৰত আৰু মাটিবৰ বৰসেনাপতি তথা তেওঁৰ পুত্ৰ মাজু গোঁহাইৰ ওপৰত যথেষ্ট ক্ষোভ আছিল। টিপুক সত্ৰৰ সত্ৰাধিকাৰে মৰাণসকলক সকলো ক্ষেত্ৰত নেতৃত্ব প্ৰদান কৰিছিল।

কেপ্টেইন ভেট্‌চে লিখিছে যে মৰাণ সকল সদায়েই স্বাধীন ভাবাপন্ন আছিল আৰু তেওঁলোকৰ সমকক্ষ মটক ৰজাই তেওঁলোকৰ ওপৰত কৰ-কাটল লগোৱা কথাটো পছন্দ কৰা নাছিল। কেপ্টেইন হান্নেয়েও একে কথাকে লিখিছে, "মৰাণ সকলে নিজে এজন গুৰু নিৰ্বাচন কৰি লৈছিল আৰু বৰসেনাপতিৰ সমকক্ষ বুলি তেওঁলোকে নিজকে গণ্য কৰিছিল আৰু বৰসেনাপতিয়ে ইমান ওপৰৰ আসন লোৱাত তেওঁলোকে ভাল পোৱা নাছিল আৰু কৰ-কাটল মৰাণৰ ওপৰত লগোৱাটো একেবাৰে ভাল পোৱা নাছিল।"

প্ৰকৃততে মৰাণ সকলে কোনোদিনেই কৰ-কাটল দিয়া নাছিল আৰু আহোম ৰজাৰ দিনতো নগদ পইচাৰে কৰ-কাটল নিদি বনৰ বস্তুৰেহে কৰ দিছিল। মটক বৰসেনাপতিয়ে নগদ টকাৰ কৰ বিচৰাত তেওঁলোক অসন্তুষ্ট হৈছিল।

মুঠতে দিনজয় আৰু টিপুক সত্ৰৰ ৰেষাৰেষি ভাব, মটকৰ সৰ্বানন্দ বুঢ়াগোহাঁই বংশৰ হৈও টিপুক সত্ৰক অগ্ৰাধিকাৰ নিদিয়া আৰু শেষত নগদ টকাৰে কৰ-কাটল —এইকেইটা কাৰণতে মৰাণ সকল অসন্তুষ্ট হৈছিল। ভক্তানন্দদেৱক স্থাপিত কৰিলেও বৰসেনাপতি ভক্তানন্দদেৱৰ শিষ্য নাছিল আৰু ভক্তানন্দদেৱেও শাসন কাৰ্য্যত কোনো হস্তক্ষেপ কৰিব নোৱাৰিছিল কাৰণ বৰসেনাপতিয়ে এনে কথাত

ভক্তানন্দদেৱৰ কোনো কথা শুনা নাছিল। কিন্তু মৰাণসকলৰ ভয় হ'ল, মাজু গোহাঁই ভক্তানন্দদেৱৰ ভক্ত হোৱাত আৰু দিনজয় সত্ৰই মৰাণৰ সত্ৰাধিকাৰসকল অষ্টভূজ গোসাঁইৰ পুৰুষৰ বংশ বুলি মানি নোলোৱাত, মাজু গোহাঁইয়ে ভক্তানন্দৰ কথা শুনিব। তেওঁলোকে ভাবিছিল যে ভক্তানন্দদেৱৰ কথামতেই মাজুগোহাঁই চলে।

এই সকলো কথাতে অৱশ্যে সন্দেহ থাকি যায়। বৃটিছ চাহবসকলে উজনিৰ মৰাণ অঞ্চল চাহখেতিৰ বাবে অতি উপযোগী বুলি ভাবি মৰাণ-মটকসকলৰ মাজত ধৰ্মগত কাজিয়াত যথেষ্ট অৰিহনা যোগাইছিল বুলি ভাব হয়। তেওঁলোকৰ ধাৰণা আছিল, একগোট হৈ থাকিলে মটক ৰাজ্য বৃটিছে ল'লে মৰাণ-মটক সকলে বিদ্ৰোহ কৰিব আৰু যথেষ্ট অসুবিধা দিব। গতিকে উজনিৰ মৰাণ সকলক বৃটিছ চাহাবসকলে উচটাই দিছিল বুলি ভবাৰ অবকাশ আছে।

গতিকে কেপ্টেইন হোৱাইটক পঠিয়াই বৃটিছ এজেণ্টে এই পৰিস্থিতিৰ সুযোগ লৈ মটক ৰাজ্য লোৱাৰ মনস্থ কৰিলে। কেপ্টেইন হোৱাইটে কিন্তু মাজু গোহাঁইকে ৰাখিবলৈ বিচাৰিছিল। গতিকে বৰসেনাপতিয়ে দিয়া ১৮০০ টকাৰ কৰ ১০,০০০ টকা কৰিলে আৰু মটকৰাজ্যৰ এনেয়ে পৰি থকা মাটিকে বৃটিছে চাহ খেতি কৰিবলৈ দিব লাগে বুলি দাবী জনালে। মটক ৰাজ্যত এজন বৃটিছ প্ৰতিনিধি থাকি বৃটিছ প্ৰজা আৰু মটকপ্ৰজাৰ মাজত চাহ খেতি কৰোতে উদ্ভৱ হ'ব পৰা বিবাদসমূহ নিষ্পত্তি কৰিব বুলি প্ৰস্তাৱ কৰিলে। মাজু গোহাঁয়ে ২০ জানুৱাৰীত কেপ্টেইন হোৱাইটে আহি এনে প্ৰস্তাৱ দিয়াত ২১ জানুৱাৰী তাৰিখে দৰবাৰ বহুৱালে। তালৈ ৰাজপৰিয়ালৰ সকলো লোক, সকলো খেলদাৰকে, মৰাণৰ নেতৃবৃন্দক মাতিলে। কেপ্টেইন হোৱাইটৰ প্ৰস্তাৱ মতে পতিত মাটি চাহখেতিৰ বাবে দিবলৈ দৰবাৰ মান্তি হ'ল আৰু বৃটিছ প্ৰতিনিধি ৰখাৰ কথাটোও

মানি ল'লে। কিন্তু কোনোদিনে এনেদৰে নগদ কৰ নিদিয়া প্ৰজাৰ ওপৰত ১০,০০০ টকাৰ বছৰি কৰ জাপিবলৈ মাজু গোহাঁই আৰু তেওঁৰ দৰবাৰৰ লোকসকল অমান্তি হ'ল। মাজু গোহাঁয়ে অৱশেষ দেউতাকৰ শ্ৰাদ্ধৰ পিছতহে কিমান ওপৰঞ্চি কৰ দিব সেই বিষয়ে জনাব বুলি কেপ্টেইন হোৱাইটক জনালে। কেপ্টেইন হোৱাইটেও ১০,০০০ টকা কৰ আদায়ত যে যথেষ্ট অসুবিধা হ'ব এই বুলি আয়ুক্তক জনালে।

ইতিমধ্যে মানদেশৰ পৰা প্ৰৰোচনা পাই পাহাৰীয়া জাতিয়ে বৃটিছৰ বিৰুদ্ধে বিদ্ৰোহ কৰিলে। খামটি, কাচিন আদিয়ে বিদ্ৰোহ কৰিলে। কেপ্টেইন হোৱাইটৰ খামটিৰ আক্ৰমণত মৃত্যু হ'ল। কেপ্টেইন হান্নেয়ে খামটি গাওঁ আক্ৰমণ কৰি তেওঁলোকৰ নেতৃবৃন্দক বন্দী কৰে। ইতিমধ্যে গৱৰ্ণৰ-জেনেৰেল-ইন-কাউন্সিলে এই পৰিস্থিতিত উদ্বেগ প্ৰকাশ কৰি কেপ্টেইন হান্নেক সামৰিক দায়িত্ব দিলে আৰু কেপ্টেইন ভেট্‌চক লক্ষীমপুৰৰ মুখ্য সহায়ক (Principal Assistant) হিচাবে নিযুক্তি দিলে। মাজু গোহাঁয়ে খামটি বিদ্ৰোহ দমনত যথেষ্ট সহায় কৰিছিল কিন্তু মাজু গোহাঁইক তথাপিও বৃটিছে বিশ্বাস নকৰিছিল।

কেপ্টেইন ভেট্‌চে ১০,০০০ টকাৰ কৰ বেছি হ'ব বুলি ভাবিছিল গতিকে মাজু গোহাঁইৰ হাতত দেশ ৰাখিবলৈ আৰু নতুন জৰীপ কৰি নতুন চুক্তি কৰিবলৈ কেপ্টেইন ভেট্‌চে প্ৰস্তাৱ দিলে।

ইতিমধ্যে মৰাণসকলে স্থানীয় বৃটিছ কৰ্তৃপক্ষৰ ওচৰত বহুতো দৰ্খাস্ত দি মাজু গোহাঁইৰ অধীনত মৰাণসকলক নেৰাখিবলৈ অনুৰোধ কৰিলে। এইয়া যথেষ্ট সন্দেহৰ বিষয় আছিল কাৰণ উজনিৰ মৰাণ অধ্যুষিত অঞ্চল চাহখেতি কৰিবলৈ উপযুক্ত হ'ব বুলি ভাবি স্থানীয় বৃটিছ বিষয়াসকলে মৰাণৰ নেতৃবৃন্দ আৰু টিপুক সত্ৰাধিকাৰক মাজু

গোহাঁইৰ বিৰুদ্ধে উচটাই দিছিল বুলি ভাবিবৰ থল আছে। পলিটিকেল এজেণ্টে মাজু গোহাঁইৰ হাতত মটক ৰাজ্য গটাই দিয়াৰ প্ৰস্তাৱত আপত্তি কৰি আমুক্তই লিখিছিল "মাজু গোহাঁই বা তেওঁৰ পৰিয়ালৰ লোকে মটক ৰাজ্য পৰিচালনা নকৰো বুলি যদি কয়, এই অঞ্চলৰ মানুহ তথা চৰকাৰৰ কাৰণে ই এক শুভ ঘটনা হ'ব।" কিন্তু গৱৰ্ণৰ-জেনেৰেল-ইন-কাউন্সিল পলিটিকেল এজেণ্টৰ প্ৰস্তাৱকে মঞ্জুৰ কৰিলে তলৰ চৰ্ত্তসমূহৰ পৰিপ্ৰেক্ষিতত:

(১) মাজু গোহাঁইৰ হাতত ব্যাপক বৰসেনাপতিৰ দিনত চলাৰ দৰে দেশখন দিয়া হওঁক।

(২) বৃটিছ চৰকাৰে পাইক আৰু ৰায়তৰ পৰা পাব পৰা সেৱা বা কৰ পাব লাগিব।

(৩) অসমৰ অন্যান্য অংশত থকা ব্যৱস্থাৰ দৰে পাইক আৰু ৰায়তে হয় সেৱা নহয় নগদ ধন দিব আৰু চৰকাৰ আৰু বৰসেনাপতিয়ে এই একে হাৰতে সকলো লেনদেন কৰিব।

(৪) পতিত জংঘল মাটি চৰকাৰৰ বিষয়াৰ হাতত ন্যস্ত হ'ব আৰু মটক বৰসেনাপতিয়ে চাহ-বাৰী আৰু অন্যান্য Establishment ৰ ওপৰত কৰ্ত্তৃত্ব নাৰাখিব।

এই ব্যৱস্থা কেৱল নামনি মটক ৰাজ্যত প্ৰযোজিত হ'ব আৰু মৰাণসকলৰ অঞ্চল, বৰসেনাপতিৰ এক্তিয়াৰৰ বাহিৰত থাকিব কাৰণ মৰাণসকল নামনি মটক ৰাজ্যৰ বাসিন্দাৰ লগত নিমিলে।

এনেদৰে আঁহফলা চুক্তিৰ খচৰা লৈ কেপ্টেইন ভেট্‌চে মটক ৰাজ্যৰ ৰাজধানীলৈ আহিল। কিন্তু কেপ্টেইন ভেট্‌চে জানিছিল যে পলিটিকেল এজেণ্টৰ উক্ত চৰ্ত্তসমূহ মটক বৰসেনাপতিয়ে মানি নলব আৰু বিদ্ৰোহ হ'ব। গতিকে কেপ্টেইন হান্নেক সক্ষম হৈ থাকিবলৈ দি ১২ নবেম্বৰ ১৮৩৯ চনত কেপ্টেইন ভেট্‌চ ৩০০ সৈন্য লৈ আহি

বেংমৰাত উপস্থিত হ'ল। তেতিয়া বৰসেনাপতিয়ে সকলো গোহাঁই, সকলো খেলদাৰ আৰু অসংখ্য গাৱঁৰ মুখিয়ালক মাতি আনিলে আৰু মৰাণৰ প্ৰতিনিধি কেইজনমানো উপস্থিত হ'লহি। পলিটিকেল এজেণ্টে প্ৰথমতে মটক ৰাজসভাত সকলোকে বুজাবলৈ বিচাৰিলে যে মাতিবৰৰ বৰসেনাপতিৰ লগত কৰা বৃটিছ চৰকাৰৰ চুক্তি মাতিবৰৰ মৃত্যুৰ লগে লগে শেষ হ'ল। কিন্তু বৃটিছ চৰকাৰৰ এজেণ্টৰ চুক্তি যদি মটকে মানি লয় তেতিয়া হ'লে মাতিবৰৰ যি কোনো পুত্ৰ এজনৰ লগত চুক্তি কৰিবলৈ প্ৰস্তুত। যেতিয়া ভেট্‌চে মৰাণ-অঞ্চল বাদ দি মটক ৰাজ্যৰ প্ৰস্তাব ৰাখিলে, সকলো গোহাঁই (অৰ্থাৎ বৰসেনাপতি মাতিবৰৰ পুত্ৰ সকল), খেলদাৰ আৰু গাৱঁৰ মুখিয়াল সকলে এইয়া কেতিয়াও সম্ভৱ নহয় বুলি প্ৰস্তাব নামঞ্জুৰ কৰিলে।

ইতিমধ্যে অৱশ্যে মটক আৰু মৰাণৰ মাজত মনোমালিন্য বাঢ়ি যায়। কেপ্টেইন ভেট্‌চে বেংমৰালৈ অহাৰ পথত টিপুকত মৰাণৰ কেইজনমান মুখিয়াল মানুহে টিপুক সত্ৰৰ সত্ৰাধিকাৰৰ নেতৃত্বত ভেট্‌চক লগ কৰি কলে যে মাজু গোহাঁইৰ অধীনত এওঁলোক (উজনিৰ মৰাণসকল) কেতিয়াও নাথাকে আৰু তাৰ পৰিবৰ্ত্তে মৰাণসকলে বৃটিছ চৰকাৰকে মানি ল'ব। গতিকে গোহাঁইসকলে আপত্তি কৰা চৰ্ত্ত অৰ্থাৎ উজনিৰ মৰাণ অঞ্চল মটক ৰাজ্যৰ পৰা বাদ দিয়াৰ যি চৰ্ত্ত, সেইটো ভেট্‌চে উঠাই লবলৈ অমান্তি হ'ল। কিন্তু ৰাজদৰবাৰত উপস্থিত মৰাণ প্ৰতিনিধি সকলে যদি এই চৰ্ত্ত উঠাই লবলৈ কয় তেতিয়া ভেট্‌চে উঠাই ল'ব বুলি কথা দিলে। তিনিদিন ধৰি মৰাণ প্ৰতিনিধিৰ লগত এই বিষয়ে আলোচনা চলিল কিন্তু মৰাণ প্ৰতিনিধিয়ে মটক ৰাজ্যত মাজু গোহাঁইৰ অধীনত থাকিবলৈ অমান্তি হ'ল। শেষত শেষৰ আলোচনাত গোহাঁইসকলে মটক ৰাজ্যত চাহ খেতিৰ বাৰী সমূহৰ ওপৰত বৃটিছ চৰকাৰৰ

এতিয়াবো মানি লবলৈ অমান্তি হ’ল।

গতিকে কেপ্টেইন ভেট্‌চে ইষ্ট ইণ্ডিয়া কোম্পানীৰ অধীনলৈ সমগ্ৰ মটকৰাজ্য আনি ঘোষণা জাৰি কৰিলে। এনেদৰে আত্মকলহৰ বলি হ’ল অসমৰ আটাইতকৈ শক্তিশালী ৰাজ্য—মটক ৰাজ্য। মটক ৰজাৰ সকলো পুত্ৰকে বৃটিছ চৰকাৰে পেন্সন আৰু নিস্কৰ মাটি প্ৰদান কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিলে। কিন্তু মাটিৰ সীমা চমজাই দিবলৈ যাওঁতেই গোহাঁইসকলে সীমা জোখাত অমান্তি হ’ল। গোহাঁই সকলে শেষত ১৮৪১ চনত চিংফৌ, খামটি, নগাৰ লগত মিলি চৈখোৱা, কুন্তু, নিংগ্ৰু, তেজুত বৃটিছৰ কোঠত আক্ৰমণ কৰিবলৈ সিদ্ধান্ত ল’লে আৰু মাজু গোহাঁয়ে সৰু গোহাঁইৰ লগত ডিব্ৰুগড়লৈ গৈ বৃটিছ কোঠত আক্ৰমণ কৰাৰ পৰিকল্পনা কৰিলে। জেন্‌কিন্‌ছে এই খবৰ পাই গোহাঁই কেইজনক বিশ্বনাথলৈ স্থানান্তৰ কৰি নজৰবন্দী কৰি ৰাখিলে। এই ঘটনাই বৃটিছ চৰকাৰৰ চকু মুকলি কৰিলে আৰু গোহাঁইসকলৰ বিৰুদ্ধে কোনো সাক্ষী নেপাই তেওঁলোকক এৰি দিলে আৰু ১৮৪১ চনৰ ২৯ নবেম্বৰ তাৰিখে ভাৰত চৰকাৰে মাটিৰৰ সেনাপতি পৰিয়ালৰ সকলো সদস্যকে গাইপতি পেঞ্চন আৰু নিস্কৰ মাটি প্ৰদান কৰিলে। শেষত গোহাঁইসকলে এই ব্যৱস্থা মানি লোৱাত মটক ৰাজ্য বৃটিছ চৰকাৰৰ অধীনলৈ সম্পূৰ্ণকৈ আহিল। □

## ॥ মৰাণৰ প্ৰাচীন ভাষা ॥

প্ৰাচীন মৰাণৰাজ্যৰ বাসিন্দা মৰাণসকলৰ এক প্ৰাচীন ভাষা আছিল। এই ভাষা তেওঁলোকৰ মাজত প্ৰচলিত ভাষা। অন্যান্য জনগোষ্ঠী যেনে চুতীয়া, কছাৰী, বৰাহীৰ লগত তেওঁলোকে অসমীয়া ভাষাত কথা পাতিছিল। এই ভাষা ডিমাছা কছাৰী ও দেউৰীৰ লগত মিলে। পি, আৰ, টি গৰ্ডন আৰু চাৰ এডৱাৰ্ড গেইটে লিখিছে যে বুটিছে মটক ৰাজ্য লোৱাৰ সময়ত মৰাণ ভাষা দুই এঠাইত প্ৰচলিত হৈ আছিল।

১৮৯১ চনৰ লোক-পিয়লৰ প্ৰতিবেদনত চাৰ এডৱাৰ্ড গেইটে এনেদৰে লিখি গৈছে :—

"এই পিয়ল বা ১৮৮১ চনৰ লোকপিয়লত এটা বড়ো-জাতীয় ভাষা বাদ পৰি গৈছে —শিৱসাগৰ আৰু লক্ষীমপুৰ জিলাত থকা মৰাণসকলৰ এক জন-জাতীয় ভাষা আছে। এই ভাষা ক্ৰমান্বয়ে লুপ্ত হ'ব ধৰিছে। হয়তো মৰাণসকলে নিজকে আহোম বুলি পৰিচয় দিয়াৰ প্ৰৱনতাৰ কাৰণে তেওঁলোকৰ কোনেও পিয়লৰ সময়ত মৰাণ ভাষা-ভাষী বুলি নকলে। এই ভাষা নিশ্চিত ভাৱে বড়ো-জাতীয় ভাষাৰ লগত হে মিলে (যদিও মৰাণসকলে বড়ো বা কছাৰী নহয় বুলি কয়) আৰু তলত দিয়া মৰাণ শব্দ সমূহ যে কছাৰীৰ লগত মিলে তলৰ তালিকাখনিৰ পৰা বুজা যায় :—

| অসমীয়া | মৰাণ | কছাৰী |
|---|---|---|
| পানী | ডি | ডি |
| নিমখ | সিম্ | সাম্ (ত্রিপুৰী) |
| ধান | মাই | মাই |
| চাউল | মাইকম | মাইৰং |
| ভাত | মিয়াম | মাখাম্ |
| মাংস | মহন | মুইহন (ত্রিপুৰী) |
| সূৰ্য্য | চান | চান |
| চন্দ্ৰ | দান | দান |
| তৰাবোৰ | হাটাৰাই | হাটৰ্‌খি |
| স্বৰ্গ | দান্‌চা | আখৰাংচা |
| বৰষুণ | মকুহাং | নাখা |
| গছ | চেন্‌ফং | চেন্‌ফং |
| কাপোৰ | হিংকা | হি |
| মাথা | খেৰো | খাৰা |
| গা | হান | মাদাম |
| দাঁত | হাতাই | হাথাই |
| ভৰি | হাপাতোলা | এঠেং |
| মতা | হিৰা | হোৱা |
| মাইকী | হিচি | হিংজান |

এই টোকাৰ পৰা স্পষ্ট ধাৰণা হয় যে আদিম মৰাণ ভাৰা কছাৰী ভাষাৰ লগত মিলে। বৰ্ত্তমান কোনো বেলেগ ভাষা-মৰাণৰ নাই,

তেওঁলোক অসমীয়া ভাষী। অৱশ্যে এই অসমীয়া ভাষাত বহুতো মৰাণ শব্দ সোমাই আছে, যিবোৰ শব্দ অন্যান্য অসমীয়াই বুজি নেপায়। যেনে :—

| শব্দ | | অৰ্থ |
|---|---|---|
| ১। হেদ্মং | — | বাৰী বা পথাৰৰ কাষ। |
| ২। ভুঁই | — | আহুতলি |
| ৩। অ'ত' | — | যৰ তৰ |
| ৪। পতাহী পেলোৱা | — | ন-কাটনী মাটি জুই দিয়াৰ পাছত সৰু সৰু জেং-জাবৰ বোৰ গোটোৱা |
| ৫। ক'ক | — | পানী |
| ৬। গ,গ | — | পানী |
| ৭। হেঙেৱা পোৰা | — | জেং জাবৰ গোটাই জুঁই দিয়া |
| ৮। কৈতালী | — | পিৰালি |
| ৯। আউলা | — | বাৰান্দা |
| ১০। হেংজেঙীয়া | — | জোখত নপৰা |
| ১১। ওচুমান | — | অলপমান |
| ১২। আখাশালি | — | ভাত সিজোৱা বা ভাত খোৱা ঠাই। |
| ১৩। বেৰতা | — | ফুটা কৰি বেৰৰ তলত দিয়া বাঁহ। |
| ১৪। ককাল মুৱা | — | বুকুত মেখেলা পিন্ধি ককালত বন্ধা কাপোৰ |
| ১৫। বথাহানি | — | চুৱা পাত-পেলোৱা ঠাই |

১৬। খেছনি — লেভেৰা ঠাই

১৭। ভোমটো — একো নাইকীয়া

১৮। দীঘলীপতি — মুধত চুৱাৰ থকা ঘৰৰ এক মুধৰ পৰা সিমুধলৈ থকা সৰু বাট (দীঘলী বাট) বা বাৰন্দা।

১৯। ধুতং — একো নজনা।

২০। চুথনীয়া কাপোৰ লোৱা— অকুমাৰী ছোৱালী কুমাৰী হোৱাৰ আগতে গা-ঢাকিবলৈ লোৱা চুখন কাপোৰ

২১। বু-বু — পিয়াহ

২২। বুবা — পিতা

২৩। জিজায় — বুঢ়ী আই

২৪। আপোদও — শাহুয়েক

২৫। চেয়াক — চাকি

২৬। কপি — চাকি

২৭। অথং-অজং — কি কৰো-কি নকৰো।

২৮। ও-ছু — খা-খবৰ

২৯। হহণ্ডা — একে থৰে চোৱা

৩০। গুৱাঢাৰী — বিচনা

৩১। আও — ডাওৰ

৩২। আওঁ — হাতী

| | | |
|---|---|---|
| ৩৩। ধক্‌না | — | সক সক হাঁহ |
| ৩৪। হেবেপী | — | বস্তু বাহানী খোৱা টঙালৰ সজুলি । |
| ৩৫। চিকমিকিয়া | — | সন্ধ্যা |
| ৩৬। নিকমিকিয়া | — | পুৱতি নিশা। |
| ৩৭। ঘোৱা | — | হাবিত গৰু, ম'হ বাখোতে গৰখীয়া লবা থকা এচলিয়া বেৰ নথকা পজা। |
| ৩৮। খোলা মৰা | — | কামত ধৰা |
| ৩৯। ধুদাং-দাং | — | বেৰ চাল নথকা |
| ৪০। ঘৰা | — | কেচাঁ কুৰাঁত মাটি নপৰিবলৈ বাঁহৰ বেৰা বা জাখৰ। |
| ৪১। জাখৰ | — | ঐ |
| ৪২। বহক | — | বেছি |
| ৪৩। আপু | — | কাপোৰ |
| ৪৪। হাও | — | বিপদ |
| ৪৫। নাইকল | — | খোৱা খোৱা |
| ৪৬। ছতো পাতো | — | মন ঠিক নথকা |
| ৪৭। ভোমহৈলে | — | যি হয় হওঁক |
| ৪৮। হাদোক মাদোক | — | ঠেক |
| ৪৯। ওচুনি | — | অলপ আগতে |
| ৫০। অপিতে অপিতে | — | সদায় সদায় (নিতৌ) |
| ৫১। খেওঁ ওলোৱা | — | মৰো মৰো অৱস্থা হোৱা |

৫২। জীয়ধন — গোসাঁই

৫৩। টুমকৰ — শুই থাক

৫৪। পখালফুৰা --- শৌচ কৰিবলৈ যোৱা।

৫৫। পানীচোৰা — প্ৰশ্ৰাৱ কৰা

৫৬। বতৌ বতৌ — এনেয়ে ঘুৰি ফুৰা

৫৭। এৰতালি — এটা সময়

৫৮। মেয়াও — মেকুৰী

৫৯। হেনেকে --- সেইদৰে

এইবোৰ অৱশ্যে কছাৰী ভাষাৰ শব্দ নহয়, থলুৱা শব্দহে। এই ভাষা কছাৰী ভাষাৰ লগত মিলে, যদিও মৰাণ সকলে নিজকে কেতিয়াও কছাৰী বুলি পৰিচয় নিদিয়ে। □

—

উপৰঞ্চি (ক)

# টিপুক সত্ৰৰ বংশাৱলী

শ্ৰীশ্ৰীকৃষ্ণভূজদেৱ, শ্ৰীশ্ৰীনৱভূজদেৱ

শ্ৰীশ্ৰীশংকৰভূজদেৱ, শ্ৰীশ্ৰীঅগ্নিভূজদেৱ

**শ্ৰীশ্ৰী অজভূজ**

১) টিপুক দৰ্ধিক্ষৰ সত্ৰ
২) পুণ্যভূমি সত্ৰ—বিষ্ণুভূজ
৩) দেৱাগুৰি সত্ৰ—জলচক্ৰভূজ
৪) মেক সত্ৰ—জয়ৰাম মূৰ্ত্তি
৫) বিৰোধ বহাৰ—ৰুদ্ৰভূজ
৬) বেদৱতী সত্ৰ—শক্তিভূজ

**শ্ৰীশ্ৰী ভক্তভূজ**

১) হাতীগড় মোলানী সত্ৰ
২) ডিৰাক সোনালী সত্ৰ—অংশভূজ
৩) উৱন সোনালী সত্ৰ—সপ্তভূজ
৪) হাতীগড় মোলানী সত্ৰ—অণ্যদিভূজ
৫) টিপুক আমগুৰি সত্ৰ—চৈতন্যানন্দ মূৰ্ত্তি
৬) খেৰজান সত্ৰ—পদ্মভূজ

কৃষ্ণভূজৰ পুত্ৰ :

১) মাটিবৰ ডেকা—মান দেশলৈ যায়।
২) কুজা ডেকা ভৱিষ্যতে অধিকাৰ (নৱভূজ)

৪ৰ্থ পুৰুষ

শ্ৰীশ্ৰীনৱভূজৰ পুত্ৰ :— ১) অখিল ডেকা ২) শংকৰভূজ ৩) অগ্নিভূজ ৪) অজভূজ ৫) মনতীন ডেকা ৬) যজ্ঞোবৰ ডেকা।

১) অখিল ডেকাৰ পুত্ৰ নাই কন্যা এগৰাকী নাম পখিলা।
২) শংকৰভূজ—ভাৰ্য্যা ৮ গৰাকী পুত্ৰ ১৫ জন কন্যা ৯ গৰাকী।

পুত্ৰ সকল :

১) ভোগেশ্বৰ ডেকা ২) ধ্ৰুৱ ডেকা ৩) বীৰবৰ ডেকা ৪) ভিন্দু ডেকা
৫) ৰুক্মপতি ডেকা ৬) বংশী ডেকা ৭) দ্ৰোণ ডেকা ৮) পশেন ডেকা

৯) তক্তভূজ অধিকাৰ  ১০) পদ্ম মূৰ্ত্তি অধিকাৰ  ১১) গায়ন মহাপুৰুষ
১২) যোগেশ্বৰ আচাৰ্য।  ১৩) ৰমানন্দ মূৰ্ত্তি অধিকাৰ  ১৪) পপয় ডেকা
১৫) সিদ্ধেশ্বৰ ডেকা।

অগ্নিভূজৰ ভাৰ্য্যা ৬ গৰাকী পুত্ৰ ৩ জন, কন্যা ৬ গৰাকী।

পুত্ৰ সকল :

১) জৰাসন্ধ আচাৰ্য্য  ২) হলধৰ ডেকা  ৩) বীৰু ডেকা  ৪) তেলী ডেকা
৫) মৃগ ডেকা  ৬। হৰিৰাম মূৰ্ত্তি অধিকাৰ।

অজভূজৰ ভাৰ্য্যা ৬ গৰাকী ৭ জন পুত্ৰ, ৭ জনী কন্যা।

পুত্ৰ সকল :

১) চন্দ্ৰভূজ অধিকাৰ  ২) সূৰ্য্যভূজ অধিকাৰ  ৩) ব্ৰহ্মভূজ অধিকাৰ
৪) সত্যভূজ অধিকাৰ  ৫) বিজয় ডেকা  ৬) ৰক্ষিত ডেকা
৭) প্ৰবেশ আচাৰ্য্য।

৫। যজ্ঞোবৰ ডেকাৰ এগৰাকী ভাৰ্য্যা এজন পুত্ৰ :— ১। উদ্ধৱ ডেকা

৬। মনতান ডেকাৰ এগৰাকী ভাৰ্য্যা এজন পুত্ৰ :— ১। চিৰন্তন মহাভক্ত

৫ম পুৰুষ

: শঙ্কৰ ভূজৰ পৰিয়ালৰ :

১। ভোগেশ্বৰ ডেকাৰ পুত্ৰ :— ১। সত্যভূজ  ২। বিচুৰা ডেকা।
" " কন্যা :— ৩। উষাদেবী  ৪। দিফুলী।

২। বৃষ ডেকাৰ পুত্ৰ ৭ জন, কন্যা ৬ জনী :— ১। পত্নম আচাৰ্য্য
২। আদেশ্বৰ ডেকা  ৩। জনেশ্বৰ ডেকা  ৪। বিদ্ধেশ্বৰ ডেকা
৫। পিলেশ্বৰ ডেকা  ৬। ডিম্বেশ্বৰ আচাৰ্য্য  ৭। ডোগেশ্বৰ ডেকা।

৩। বীৰবৰ ডেকাৰ পুত্ৰ ২ জন, কন্যা ১ জনী :— ১। প্ৰথম ডেকা
২। অম্ল ডেকা।

৪। ভিক্ষু ডেকাৰ পুত্ৰ ১ জন কন্যা, ২ জনী :— ১। টকলা ডেকা।

৫। ঋক্ষপতি ডেকাৰ পুত্ৰ নাই কন্যা ১ জনী :—১। নিৰ্ম্মালী।

৬। বংশী ডেকাৰ পুত্ৰ ৫ জন, কন্যা ৩ জনী :— ১। মথুৰা ডেকা

২। গুণেশ্বৰ ডেকা  ৩ ধনেশ্বৰ ডেকা  ৪। চৈত্যানন্দ অধিকাৰ ( লিহিং মহন্ত )  ৫। অজিমা আচাৰ্য্য।

৭। পশেন ডেকাৰ পুত্ৰ ৩ জন, কন্যা ১ জনী :— ১। অম্বিক ডেকা ২। হাইথা ডেকা  ৩। পমিশ ডেকা।

৮। দ্ৰোণ ডেকাৰ পুত্ৰ নাই কন্যা ২ জনী।

৯। ভক্তভূজ অধিকাৰৰ পুত্ৰ ৬ জন, কন্যা ৪ জনী :— ১। চক্ৰভূজ অধিকাৰ  ২। সৰ্ব্বভূজ অধিকাৰ  ৩। জলভূজ অধিকাৰ  ৪। কন্দৰ্পেশ্বৰ ডেকা  ৫। বজ্ৰত ডেকা  ৬। ভূবন ডেকা।

১০। পদ্মমূৰ্ত্তি অধিকাৰৰ পুত্ৰ ৬ জন, কন্যা ৭ জনী :— ১। জগন্নাথ মূৰ্ত্তি অধিকাৰ  ২) সদানন্দ অংশ মূৰ্ত্তি অধিকাৰ  ৩) অম্বৰীশ আচাৰ্য্য  ৪) মৈত্ৰেশ্বৰ ডেকা  ৫) মৃগেন্দ্ৰ ডেকা  ৬) পঞ্চানন আচাৰ্য্য।

১১। গায়ন (গম্ভীৰ) মহাপুৰুষৰ পুত্ৰ ৬ জন, কন্যা ২ জনী :—১) বিশ্ব মূৰ্ত্তি অধিকাৰ ২) নিৰ্ম্মল ডেকা  ৩) লংকেশ্বৰ ডেকা  ৪) অংকুত ডেকা  ৫) হংস মূৰ্ত্তি অধিকাৰ (ধনিচ)  ৬) গজানন ডেকা।

১২। যোগেশ্বৰ আচাৰ্য্যৰ পুত্ৰ ২ জন, কন্যা ১ জনী :—
১) ব্ৰজেন্দ্ৰ ডেকা  ২) সুশীল ডেকা।

১৩। ৰামানন্দ মূৰ্ত্তি অধিকাৰৰ পুত্ৰ ৩ জন, কন্যা ২ জনী :—
১। পুলস্তি ডেকা  ২। সামুদ্ৰ ডেকা  ৩। পঞ্চানন ডেকা।

১৪। পপয় ডেকাৰ পুত্ৰ নাই, কন্যা ১জনী নাম তুলসী।

১৫। সিদ্ধেশ্বৰ ডেকাৰ পুত্ৰ ২ জন, কন্যা ২ জনী :—
১। কৈলাশ মহাভক্ত  ২। আতুল ডেকা।

৩। অগ্নিভূজ অধিকাৰৰ পৰিয়াল :—

১। জৰাসন্ধ আচাৰ্য্যৰ পুত্ৰ ১ জন, কন্যা ৪ জনী :—১। ভীষ্ম ডেকা

২। হলধৰ ডেকাৰ পুত্ৰ ৫ জন, কন্যা ৪ জনী :— ১। বিভীষণ ডেকা ২। ৰাবন ডেকা ৩। বেজীয়া ডেকা ৪। কেটেং ডেকা ৫। দেৱেন ডেকা।

৩। মৃগ ডেকাৰ পুত্ৰ ১ জন, কন্যা ২জনী :— ১। গেন্দুলুকা ডেকা

৪। হৰিৰাম মূৰ্ত্তি অধিকাৰৰ পুত্ৰ ৫ জন, কন্যা ২ জনী :—

১। ধনঞ্জয় মহাপুৰুষ  ২। জয়ৰাম মূৰ্ত্তি অধিকাৰ  ৩। ভালুক মহাপুৰুষ  ৪। লোকাই ডেকা  ৫। প্ৰেমেশ্বৰ মহাভক্ত।

৩। অজভূজ অধিকাৰৰ পৰিয়াল :—

১। চন্দ্ৰভূজ অধিকাৰৰ পুত্ৰ ৪ জন, কন্যা ৪ জনী :—

১। বুদ্ধ ডেকা ২। বিষ্ণুভূজ ৩। টেমেশ্বৰ আচাৰ্য্য ৪। ছুলিমন ডেকা

২। সূৰ্য্যভূজ অধিকাৰৰ পুত্ৰ ৪ জন, কন্যা ৪ জনী :— ১। কঠুৱা ডেকা।

২। জল চক্ৰভূজ অধিকাৰ—দেৱাগুৰি সত্ৰ ৩। যোগেন্দ্ৰ মহাভক্ত ৪। ৰামেশ্বৰ ডেকা।

৩। ব্ৰহ্মভূজ অধিকাৰৰ পুত্ৰ ২ জন, কন্যা ৩ জনী :—

১। চনেশ্বৰ ডেকা  ২। গেঠেম ডেকা।

৪। বিজয় ডেকাৰ পুত্ৰ ১ জন, কন্যা ১ জনী :— ১। লেৰেলা ডেকা।

৫। ৺ৰঞ্জিত ডেকাৰ পুত্ৰ ৩ জন, কন্যা ২ জনী :— ১। লুবুক ডেকা ২। গাঁথি ডেকা  ৩। প্ৰথম ডেকা।

৬। প্ৰবেশ আচাৰ্য্যৰ পুত্ৰ ২ জন, কন্যা ৬ জনী :—

১। নিকট ডেকা  ২। খৰিয়া ডেকা।

সত্যভূজ অধিকাৰৰ (বিৰোধ বাহাৰ সত্ৰ) পুত্ৰ ৫ জন, কন্যা ৪ জনী

১। সৰ্ব্বভূজ অধিকাৰ  ২। ব্ৰহ্মভূজ অধিকাৰ  ৩। ৰুদ্ৰভূজ অধিকাৰ ৪। জগত ডেকা  ৪। যুগল ডেকা।

৭। যজ্ঞেশ্বৰৰ পৰিয়াল :—

উদ্ধৱ ডেকাৰ পুত্ৰ ৪ জন, কন্যা ২ জনী :— ১। গুণধৰ আচাৰ্য্য ২। দক্ষেশ্বৰ ডেকা  ৩। গগলা ডেকা  ৪। অমৃত ডেকা।

৮। মনতান পৰিয়ালৰ :— চিৰন্তন মহাভক্তৰ পুত্ৰ ৩ জন, কন্যা ২ জনী

১। আদিভূজ অধিকাৰ ২। খগপতি ডেকা  ৩। জোলাই ডেকা। *

---

* ৺দিহিংচন্দ্ৰ আচাৰ্য্য (গোস্বামী)ৰ দ্বাৰা লিখা মায়ামৰা শ্ৰীশ্ৰীটিপুক সত্ৰৰ বংশাৱলীৰ একাংশ।

উপৰঞ্চি (খ)

# ॥ টিপুক সত্ৰৰ বংশাৱলীৰ একাংশ ॥

শ্ৰীশংকৰভূজ :—

কুৰি কৰ্ম শেষ কৰি শংকৰভূজ নামে ।
চাৰি সিদ্ধে বসি ৰহিলা টিপুকৰ ধামে ॥
শংকৰভূজ নাম পূৰ্ণ ভৈলা অধিকাৰী ।
জয় জয় শব্দ কৰি ভক্তে থাকে বেৰি ॥
পৰম লাৱণ্য ৰূপ ষড়ানন হৰি ।
ভকতৰ কল্পতৰু যেন শশধাৰী ॥
ভুৱ যুগল দেখি যেন মদনৰ চাপ ।
দৰশনে সবাকাৰ হৰে হৃদি তাপ ॥
হস্ত পদ থুলস্তৰ দেখিতে সুধীৰ ।
চলহি চৰণ যেন গমন হস্তীৰ ॥
কৰিকৰ উৰু যেন দেখি মনোৰম ।
কাকালি দেখিতে যেন যোগেন্দ্ৰৰ সম ॥
শাস্ত্ৰ ভাগৱতে মন সদা থাকে ৰতি ।
পৰম আনন্দময় থাকে দিনে ৰাতি ॥
ধৰ্ম্মাসনে বসি সদা ধৰ্ম্ম প্ৰচাৰয় ।
ভকতসৱ আনন্দতে কৰি জয়ংজয় ॥
শংকৰভূজে ভাৰ্য্যা ৰাখিছিল একাদশ ।
একাদশ হৈতে পুত্ৰ ভৈল পঞ্চদশ ॥

গুৰুৰ সম্পদ ইটো পৰম শোভণ ।
হৰি হৰি বুলি আৰে শুদ্ধ কৰা মন ॥

মাহাত্ম্য সূচক পদ :—

আচাৰ্য্য কহেন শুন যত ভক্তগণ ।
শংকৰভূজ মহাপ্ৰভূ কথা পুৰাতন ॥
আনন্দে থাকেন শংকৰভূজ কৃপাময় ।
তিনি ভাই এক হুয়া ধৰ্ম প্ৰচাৰয় ॥
অতপৰে যে ভৈলেক শুনিয়ো নিৰ্ণয় ।
শংকৰভূজৰ দ্বিতীয় পুত্ৰ নয়ন্দ্ৰৰ ॥
বৰ ই দুৰ্দান্ত কৰ্ম্ম কৰে গুৰুতৰ ।
ভোকডেকা অকালত মৃত্যুক ঘটয় ॥
মাতৃ বন্ধু আদি সৱে বিলাপ কৰয় ।
শুনি শংকৰভূজে মনে দুঃখিতক হয় ॥
ধ্যানতে জানিয়া গুৰু মনত গুণয় ।
নয়ন্দকে নিমন্ত্ৰিয়া গুৰুদেৱে কয় ॥
কি কৰ্ম্ম কৰিলি তই পাপী দুৰাশয় ।
বৰ কৰ্ম্ম কৈলা বাপ অগ্ৰেতে আমাৰ ॥
আৰ হেন কৰ্ম্ম কভূ নকৰিবও আৰ ।
এই সাবধান বাণী কৰিলো তোহাৰ ॥
এই শিশু পৌপুনেৰে পুত্ৰ বুলি লৈবে ।
যদ্যপি আমাৰ বাক্য অন্যথা কৰিবে ॥
ব্ৰহ্মতেজ শাস্ত হৈবে কহিলো নিশ্চয় ।
আমাৰ বচন কভু খণ্ডন নাযায় ॥
শুনি নয়ন্দৰ ডেকা সত্যক কৰয় ।
ক্ষমা কৰা গুৰু বুলি শৰণে পৰয় ॥

পুত্র বুলি তযু বাক্য লৈলোহো নিশ্চয়
দাস হেন কৰি দোষ ক্ষমা মহাশয় ॥
পুনৰপি ববডেকা গুৰুদেৱে কয় ।
তিনি পুৰুষক যেন অধিকাৰী হয় ॥
মোৰ বাক্য মানি যদি চল নিৰন্তৰ ।
অধিকাৰী হৈবে জান তিনি পুৰুষৰ ॥
এহি অনুমতি পায়া নিজ গৃহে গৈলা ।
মন্দিৰত বসি গুৰু মনেতে ভাবিলা ॥
শংকৰভুজ মনে বিষাদিত হয় ।
দুই অনুজৰে তাৰ নিমন্ত্রি আনয় ॥
তিনিজনে গুপ্তভাৱে আলচ কৰয় ।
মাহাত্মাক লোকহিতে কৰেণ নির্ণয় ॥
পূর্ব্বে দ্বাৰকাত যদু বংশে ভৈলেক অপাৰ ।
সেহিমতে হৈবে আমাৰ বংশেৰ সংহাৰ ॥
গোত্রে গোত্রে বিবাদক হইবে অপাৰ ।
অনর্থক ঘটিবে জানা থৰে থৰ ॥
নিজ নিজ মাহাত্মাক গোপোত্র কৰিব ।
তিনি ভাই কদাচিত ইহা নৰাখিব ॥
তিনিজনে এক হুয়া চৰ পঠাইল ।
বার্ত্তা পায়া গুৰুগৃহে সকলে আসিল ॥
ভকতেৰে দেখি গুৰু বচন বোলয় ।
গায়ন-বায়ন তিনি যোৰাক লাগয় ॥
তিনি বাতে চৰা তিনিজন গীত গাই ।
চেংকহি জান মুখে ভুমিটা পেলাই ॥
ফটিকৰ জান মুখে এক যোৰা যাই ।
ভূমিটা পেলাই আসি উলতি নচাই ॥

টিপুকৰ মুখে যাগু পাই এক যোৰা ।
গায়ন-বায়ন উঠ এই তিনি যোৰা ॥
উলটি আসিবে সর্ব্বে পাচক নেচাই ।
এই বুলি ধ্যানে বসিলেক গুৰু ৰাই ॥
তিনি ৰাত চৰা তিনি মাহাত্ম্য সহিতে ।
তাতি বাহিৰক কৰি থৈল দূৰুতে ॥
এতেকে দুর্বল হৈল মহন্তৰ গণ ।
তিনি ভাই গুপুত কৰিল ৰত্নধন ॥
এই সব মাহাত্ম্যক গৃহেতে থাকয় ।
সকল হৈবেক নষ্ট জানি কৃপাময় ।
সিকাৰণে দুর্বলক মহন্তসকল ।
সেহিমতে তিনি বুঢ়া তুতি গৈল বল ॥
গুৰু সমে চাৰি সিদ্ধ হৈল দুর্বল ।
পৃথিৱীত মহাধর্ম থাকিল কেৱল ॥
পূর্বে উপদেষ্টা সর্ব্বে কহিয়া আছয় ।
এটকা মহন্ত হৈবে জানিহ নিশ্চয় ॥
ভক্তভুজ হস্তে কিছু মাহাত্ম্য আছিলা ।
বংশ পণ্ড হৈবে বুলি গুপুতক বৈলা ॥
এহি হেতু মাহাত্ম্যক গুপুত কৰিল ।
বাহুল্য কাৰণে অত্র লিখা নাহি গৈল ॥
এই মাহাত্ম্যক যদি কাৰুৰ ৰহয় ।
গোত্র গোত্রে বাদ কৰিবাক নপাৰয় ॥
ইতু মাহাত্ম্যক কাক হাতে নাহি পায় ।
থাকিলে নাহয় জানা বিপত্তি বিলায় ॥
শংকৰভুজে ধ্যান-যোগে সমস্তক জানি ।
গুপুত কৰিয়া চলিলেন মহামানী ॥

গুৰুৰ সম্প্ৰদা ইতু পৰম শোভন।
হৰি নামে ৰতি কৰি শুদ্ধ কৰা মন।

শ্ৰীঅগ্নিভূজ — অজভূজ — ভক্তভূজ : উৎপাত :

আচাৰ্য্য কহেন তেবে ভক্তগণ প্ৰতি।
তাৰ পাছে যি ভৈলেক শুনিও সম্প্ৰতি ॥
ওঠৰশ সাতানবৈ বৎসৰ পহিলা।
বৈকুণ্ঠক যাইবাক স্থিৰক কৰিলা
তাহান অণুজ সূত্ৰে ধৰ্ম্ম সমৰ্পিয়া।
শংকৰভূজ বৈকুণ্ঠক গৈলেক চলিয়া ॥
শংকৰভূজ অবিহনে অগ্নিভূজ নামে।
মহাধৰ্ম্ম প্ৰচাৰিলা টিপুকৰ ধামে ॥
অগ্নিভূজ যখনই ধৰ্ম্ম প্ৰচাৰয়।
মহাপুৰুষীয়া গাদী মহিবৰে লয় ॥
নয়ন্দৰ বৰডেকা আচাৰ্য্য হোৱয়।
খুৰা-পুত্ৰে তিনিজনে একত্ৰে থাকয়
সেহিমতে কিছুদিন থাকে মিল হৈয়া
তাৰ পাছে যি ভৈলেক শুন মন দিয়া ॥
ঈশ্বৰৰ ইচ্ছা তেবে কি কৰিতে পাৰি।
যদুবংশ ধ্বংস হয় কুমন্ত্ৰণা কৰি ॥
বৰডেকা মনে মনে ভাৱন তখন।
কনিষ্ঠ খোৱায়ে পাইবেক সত্ৰ ধন ॥
কদাচিত মই নপাইবো অধিকাৰী।
মহাচিন্তা উপজিল দিবস স্মাৰ।
নয়ন্দ মাথাত বল আছয় অপাৰ
সেই কাৰণে মনে বৰ কৰে অহংকাৰ

ধ্বংস অসুৰেৰ পৌপুত্ৰ একজন। 
খুড়া সঙ্গে দ্দ্দ কৰি লয় ৰাজ্যধন ॥
বাহু পুত্ৰ খুড়া সঙ্গে বিবাদ কৰিয়া ।
তালজংঘ হৈহৈয়ক দুহে বিনাশিয়া ॥
মনে ভাবি মোক্ষামোক্ষ ভক্ত লৈয়া ।
কথোপকথন কৰে আনন্দিত হৈয়া ॥
খুড়া না লইতে মই আগতে লইব ।
ভবিষ্যতে ভক্তিভূজ নামক ধৰিব ॥
দুই খুড়া হেতু বাৰ্ত্তা গম নপাই ।
ভকতৰ সঙ্গে ডেকা মনে ভাবি চাই ॥
উনৈশৰ চনে অগ্নিভূজ মহাশয় ।
তিনি বৰ্ষ ভোগ কৰি বৈকুণ্ঠ চলয় ॥
মোক্ষামোক্ষ ভক্তসৱে আলচ কৰয় ।
চতুৰ্থী দশমী যাই কাৰ ক্ৰিয়া হয় ।
গায়ন-বায়ন গাহি দেখি ঝকমক ।
চতুৰ্দিশে তাৰ কল্লোল ধ্বনি গৈলেক ॥
সেহি বেলা আচাৰ্য্যৰ মনত গুনয় ।
গোধুলিতে বেক্ত হৈবো শুনা ভক্তচয় ॥
কৰিবো স্বৰূপ কৰ্ম নাজানি সংশয় ।
ধৰ্ম্মাসন লইবোহো জানিবা নিশ্চয় ॥
কালি প্ৰভাতেসে খুড়া লৈবে ধৰ্ম্মাসন ।
আমাৰ বিফল হৈবে শুনা ভক্তগন ॥
এক আম্ৰ বৃক্ষ থাকে দেখি শোভাকৰ ।
ফল যদি নাহি ধৰে কে কৰে আদৰ ॥
গুটি নধৰয় হেতু দেখি ঝকমক ।
কাৰ্য্য ন সাধিলে জানা বিফল জন্মক ॥

সিক্কাবণে চল চল আমা সবাকাৰে ।
বহু উচ্চ হয় ফল নধৰে তাক কেহ নাদৰয় ॥
এই ভাবি কতজন ভকতক লইয়া ।
ফটিক জান মুখে গুইলেক চলিয়া ॥
ৰভা খোলা তাত এক কৰিয়া নিৰ্ম্মাণ ।
সাত জন ভকতক কৰে কৃপাদান ॥
ৰাজ নৰ ৰমাপতি পানক ধৰিল ।
পুৰাবৰ নিৰাময়ে পুৰোহিত ভৈল ॥
ফপুৰা সহজানন্দ হৈল সহকাৰী ।
খোলোক নাৰায়ণে শৰাই লৈলেক ধাৰ ॥
প্ৰথমতে বেঁত মেলা গোবিন্দ বুলিলা ।
চিম চিদানন্দ বুলি দ্বিতীয়তে দিলা ।
তৃতীয়তে দেহবৰ বোলে সহজানন্দ ।
চতুৰ্থতে জোনাবৰ ভাসে সৰ্বানন্দ বুলিলক ॥
পঞ্চমতে বৃব নাৰায়ণ ।
ষষ্ঠমতে পথশৰ নিৰ্বিকা বচন ॥
সপ্তমতে ৰংকা বোলে নিৰাময় ।
এহি সাতজন কৃপা দানক কৰয় ॥
যজ্ঞ সেৱা শেষ যেবে হৈল যখন ।
আচাৰ্য্যৰ ব্যক্ত হৈতে বুলিল বচন ॥
ভক্তভৃঙ্গ নাম ময় লৈবো একাকাৰে ।
ভকতৰ সমৰিতে মন্দিৰক যাই ॥
গাদী পাৰি আচাৰ্যাৰে ধৰি বগুৱায় ।
মন্দিৰত নিশা মধ্যে প্ৰকাশ হোৱয় ॥
জয় ভক্ত ভৃঙ্গ বুলি ডবাক বজায় ।
এহিমতে ভক্তভৃঙ্গ প্ৰকাশক হোই ॥

প্ৰভাত সময় ভৈল কীৰ্ত্তন ভাগয় ।
কীৰ্ত্তনৰ সেৱা যেবে শেষক হুইল ॥
এহিমতে ভক্তভুজ অধিকাৰ হৈল ।
মহীৱৰে বগুৱাই সাজন কৰিল ॥
সূত্ৰ ধৰ্ম লৈয়া অজভূজ নাম লই ।
জয় জয় বুলি শব্দ ভকত কৰয় ॥
ভকত ভকত মধ্যে প্ৰতিবাদ হয় ।
বাক্য যুদ্ধ হয় ইটো যেহ্ন প্ৰলয় ॥
খুৰা-পুত্ৰে বিবাদক হৈল দুইজন ।
ৰজাত জনালা গৈয়া কৰিয়া লিখন ॥
ভকতে ভকতে যেবে হৈল আন্দোলন ।
গুৰু ভক্ত বিবাদক হৈল তেতিক্ষণ ॥
খুৰা পুত্ৰে মোকৰ্দমা লাগিল দুয়োজন ।
সেহিমতে ভক্তে বাদ ভৈল জনে জন ॥
ভক্তভূজ মহাত্মাৰ ছিল বুদ্ধিবল ।
ৰাজহৰ ভূমিপুত্ৰে পাইল সকল ॥
পাচে অজভূজ দেৱে মনত গুণয় ।
ইথানত থকা মোৰ উপযুক্ত নয় ॥
মৰ্মান্তিক দুখ পাইয়া মনত চিন্তিল ।
জ্যেষ্ঠ পুত্ৰে আগে কথা কহিতে লাগিল ॥
উজনিক যাওঁ বোপা নাথাকো টিপুকে ।
এহি বুলি গুৰু আজ্ঞা কৰেণ পুত্ৰকে ॥
গুৰু অনুমতি লৈয়া উজনিক যাই ।
ওপৰী নদী কুলে ভাৰক সজায় ॥
পঞ্চশত বিঘা ভূমি চাফক কৰিলা ।
চাফ কৰি ঝুম খেতি কৰিবেক লৈলা

মুলধৰে দুই বৎসৰ বসতি কৰিলা ।
সিকাৰণে মোলানীক নামক ৰাখিলা ॥

## দৈমুখা সত্ৰ :—

লেছাৰী : ভক্তভূজ মনে দুখ পাই তেৰে গুৰু মহাশয় ।
ডিবুক নদীৰ কুলে থাকে ভাৰালই ॥
ভকত সবক কহিলেন তেতিক্ষণ ।
সত্ৰক নিৰ্মাণ কৰিবোহো এহিথান ॥
তিনিদিন ঘৰে নাহে থাকে সেহি ঠাই ।
ভকত সকল থাকে মনে দুখ পাই ॥
টিকুকৰ সত্ৰে খোৱা নাশয় দেখি ।
ভক্তভূজ মনে মনে হইলেক দুখী ॥
অজভূজ গৃহে যায় ভক্তভূজ কয় ।
ইহাত বসতি কৰা উচিত নহয় ॥
তুৱা সঙ্গে বাদ কৰা হল ভক্তগণে ।
সত্ৰ এৰি যাইবাক নেদিবো এখনে ॥
খোৱা আগে সত্য কৰি কহিলো বচন ।
টিকুকৰ সত্ৰে নাথাকিবো কদাচন ॥
নৱভূজ নীতি পথ তুৱা আচৰিবে ।
খোৱা আগে শক্তি নাই মোৰ আচৰিবে ॥
এহি বুলি ভক্তভূজ নিজ গৃহে গইল ।
মুলধৰে মাতি আনি বচন বুলিল ॥
দুই বৰ্ষ ঘৰ বাৰী ৰচিলো ইঠাই ।
সেহি থানে সত্ৰ পাতি ৰাখিবো মুলাই ॥
এহি বুলি উনৈশৰ চাৰি যে চনত ।
ভক্তভূজে সত্ৰ পাতে জানা স্বৰূপত ॥

অজভূজে নীতি পথ সৰ্ব সমাৰ্পয়া ।
মোলানীত সত্ৰ পাতে ভক্তগণ লৈয়া ॥
ভক্তভূজে মোলানীত যি কৰ্ম কৰিলা ।
নীতি ধৰ্ম পথ কিছু অৰ্থক এৰিলা ॥
ন খন শৰাইক এবে তিনিখন ।
ন খন ভাৰ মধ্যে এবে সাতখন ॥
ন বেলা নাম চন লই তিনিবেলি ।
এহিমতে কাৰ্যোকাৰ্য কৰাই সমূলি ॥
ভক্তভূজে তিনি গুছি কৃপাদান কৰে ।
থুৰা পিতৃতুল্য বুলি মানিয়া তাহাৰ ॥
দেৱোত্তৰ ৰাজোত্তৰ নিষ্পি খেৰাজৰ ।
মোলানিতে মোলাইল জানা স্বৰূপৰ ॥
ত্ৰিশ কোটি ভকতৰ নাটি অংশ ছিল ।
ভৃত্য দাসী সব জন যত অংশ ছিল ॥
সৰ্ব মিলাইয়া এক গ্ৰাণ্ট কৰয় ।
জয় জয় শব্দ কৰি সকলে ভুঞ্জিল ॥
লোক মোলানীত তিনি মন নবহিলা ।
ডিৰাক নদীৰ কুলে সত্ৰক পাতিলা ॥
ডিৰাকতে সত্ৰ পাতি কৰে জয় জয় ।
ভকতৰ সমাধিতে আনন্দে ৰহয় ॥
মাহাত্ম্য অপাৰ ছিল গুণৰ সাগৰ ।
হেনয় পুৰুষ কাৰ মুছিবেক আৰ ॥
হস্ত পদ স্থুলস্তৰ শ্যামল শৰীৰ ।
চলাই চৰণ যেন গমন হস্তীৰ ॥
এক চক্ষু হীন ছিল অদৃশ্য কাৰণ ।
সাত্তাইশ বৎসৰ ধৰ্ম কৰিল শাসন ॥

উনেশ সাতাইশ চনে ভাদৰ মাসত ।
কৃষ্ণপক্ষ দ্বিতীয়াতে গৈলা বৈকুণ্ঠত ॥
অনুজ পৰশুৰামে পাইলা সত্ৰভাৰ ।
বৈকুণ্ঠক চলি গৈল জানা থৰে থৰ ॥
পৰম লাৱণ্য ইটো কথা পুৰাতন ।
এক চিত্ত মনে শুনে যিটো জন ॥
শুৰু সৰ্ব আদি কথা জানিবে সিজন ।
হৰি হৰি বুলি এবে শুদ্ধ কৰা মন ॥

অজভূজ — চন্দ্ৰভূজ — সূৰ্যভূজ :

ছবিতি :— আচাৰ্য কহেন শুনা সৰ্বজন
স্মৃত্ৰ ধৰ্ম বংশাৱলী ।
উনৈশ চনে বহে ধৰ্মাসতে
ভকত পাই সমূলি ॥
টিফুকৰ হস্তে সত্ৰ উঠাইলন্ত
অজভূজ মহাদেৱ ।
দৈমুখা নামতে ডিব্ৰুৰ দাঁতিতে
নামক কৰি উৎসৱ ॥
তাতে সত্ৰপাতি সদা ধৰ্মেমতি
পৰম সন্তোষে ৰইলা ।
ভক্তি দান দিয়া লোক নিস্তাৰিয়া
ধৰ্ম প্ৰচাৰিবে লইলা ॥
ভকতৰ সঙ্গে থাকি মহাৰঙ্গে
পৰম ধাৰ্মিক মতি ।
যোল্লৰ বৎসৰ ধৰ্ম প্ৰচাৰয়
বৃদ্ধ বয়সত অতি ॥

তাহান সন্তুতি অতি ধীৰমতি
স্মৃত্ৰ ধৰ্ম সমুদায় ।
ঊনৈশৰ ষোলচন আসি পাইল
বৈকুণ্ঠে চলিয়া যাই ॥
তাৰ বৰপুত্ৰে দিয়া ধৰ্মস্মৃত্ৰে
চন্দ্ৰভূজ নাম ভৈল ।
ভকতৰ সঙ্গে থাকে মহাৰঙ্গে
পৰম সন্তোষে ৰইল ॥
চন্দ্ৰভূজ ৰূপ দেখিতে স্বৰূপ
যেন দেৱ কামপতি ।
পৰম নিৰ্ম্মল নয়ন কমল
গমনে মৃগৰ গতি ॥
আজানুলম্বিত দেখি সুশোভিত
ৰম্ভা তৰু যেন উৰু ।
শাস্ত্ৰ ভাগৱত সদা থাকে ৰত
ভকতৰ কল্পতৰু ॥
দৈমুখীয়া ধামে বসি পৰিণামে
মনত তাৰা গুণই ।
ভকতৰ মুখে শুনিয়া সম্মুখে
চন্দ্ৰভূজ মহাশয় ॥
সন্তোষ মনত উঠাইলা সত্ৰ
ভকতৰ সঙ্গ লই ।
থাসুৱা নামত পাতিলন্ত সত্ৰ
ভাঙৰীৰ কাষত যাই ॥
পাঁচিশ বৎসৰ ধৰ্মক প্ৰচাৰ
ভোগক তাৰা কৰিলা ।

উনৈশ একত্রিশে আঘোণৰ মাসে
প্ৰতিপদে চলি গইলা ॥
অনুজ তাহাৰ নাম দণ্ডধৰ
সূত্ৰ ধৰ্ম তিনি পাই ।
ভাণ্ডৰীৰ কাষে থাকয় সন্তোষে
সূৰ্যভূজ নাম পাই ॥
সূৰ্যভূজ নামে থামুৰাৰ গ্ৰামে
সূত্ৰ ধৰ্ম সৰ্ব পাই ।
সত্ৰ তৈৰ হস্তে উঠাই নিলন্ত
দধীচি নামক দেই ॥
সূৰ্যভূজ মনে ভাবিয়া তেক্ষনে
পিতৃবাক্য মনে পৰে ।
ন খন খোলাৰ বাহিৰে আমাৰ
ভাৰক দিছিল মোৰে ॥
সীমা কৰি পাৰ ন খন খোলাৰ
টিপিয়াই নদীৰ তীৰে ।
ঔগুৰি পুণ্য ভূমি নামে ধন্য
সত্ৰক কৰিব থিৰ ॥
সত্ৰ নি যাইয়া সন্তোষ হইয়া
ওথাকাৰে চলি গইলা ।
ভকত ভকতি দিয়া মহামতী
ধৰ্ম প্ৰচাৰিয়া ৰইলা ॥
পাঁচিশ বছৰ বৃদ্ধ বয়সৰ
ধৰ্মক কৰি প্ৰচাৰ ।
তাহান অনুজে দিয়া সূৰ্যভূজে
চলিলেক বৈকুণ্ঠ সাৰ ॥
হস্তে সূৰ্যভূজ পাই ব্ৰহ্মভূজ
সূত্ৰ লইয়া কৰে নাম ।
হস্ত পদাকৃত দেখি শোভা অতি
দেখিতে সুঠাম ॥

পিতৃ গুৰু বাক্য মানি লইয়া সৈক্য
ব্ৰহ্মভূজ মহাশয় ।
কলিয়া জানত পাতিলেক সত্ৰ
ভক্ত গণ সৰ্ব লই ।।
হৰিৰ নামত অতি হৰষত
লইয়া নাম উৎসৱ ।
উপৰি বংশৰ গুৰু সকলৰ
চিৰদিনে থাক ভাৱ ।।
অধৰ্ম কুমতি মই মূঢ়মতি
গুৰু পাৱে শিৰে ধৰি ।
গুৰু অনুমতি পাই মূৰ্খমতি
ৰচিলো নাম সুমৰি ।।
গুৰু সম্প্ৰদা শুনিয়ো সৰ্বদা
এৰিয়োক আন কাম ।
গৃহতে থাকিয়া হৰিক স্মৰিয়া
সূক্ষ্ম সাধা হৰি নাম ।।

শ্ৰীশ্ৰীজলচক্ৰভূজ :

পদ : ব্ৰহ্মভূজ অনুজৰ সূৰ্যভূজ পুত্ৰ ।
গোধেশ্ব ডেকাৰে তেৱে দিল ধৰ্মসূত্ৰ ।।
জয় জয় কৰি ধৰ্মাসনে বশুৱাইলা ।
কৈলাস পুৰীতে তাৰে অধিকাৰী দিলা ।।
জলচক্ৰভূজ নামে ধৰ্ম প্ৰচাৰয় ।
ধৰ্মাসনে বহি তিনি অদ্যাপি আছয় ।।
অধিকাৰী হইয়া তিনি মন নবহিলা ।
দেয়াগুৰি ঘাটে সত্ৰ স্থাপন কৰিলা ।।
অধিকাৰী হইয়া ভাৰ্য্যা পুত্ৰেৰ সহিত ।
অনুমান লিখি ইটো কৰো সমাহিত ।।

শ্ৰীহৰিৰাম মূকুতি :

পদ : আচাৰ্য কহেন শুন অপূৰ্ব কাহিনী ।
হৰিৰাম মূকুতি কথা কহি শুনবাণী ।।

শ্ৰীশ্ৰীনৰভূজ মহাপুৰুষৰ ।
সপ্তপুত্ৰ জনমিলা দেখিতে সুন্দৰ ॥
ধৰ্ম প্ৰচাৰিয়া তিনি বৈকুণ্ঠে চলিল ।
সূত্ৰ লইয়া শংকৰভূজে ধৰ্ম প্ৰচাৰিল ॥
তাহান অনুজ অগ্নিভূজ নাম যাৰ ।
মহাধৰ্ম প্ৰচাৰিল বিখ্যাত সংসাৰ ॥
তিনি বৎসৰ ধৰ্মাসনে অধিকাৰী হুইয়া ।
উনৈশৰ চনে গইলা বৈকুণ্ঠ চলিয়া ॥
তাহান অনুজভাই ধৰ্ম প্ৰচাৰিলা ।
অজভূজ নামে তাৰ প্ৰকাশক ভৈলা ॥
যেই বেলা অজভূজ ধৰ্ম প্ৰচাৰয় ।
অগ্নিভূজ পুত্ৰে আচাৰ্যৰ পদ লই ॥
কিছুদিন যোৱা সমে আনন্দ মনত ।
বিচ্ছেদ ঘটিল পাচে খুৰাৰ লগত ॥
খুৰা-পুত্ৰে ধৰ্মাসন লইবে নিশ্চয় ।
ইথানত থাকা মোৰ উপযুক্ত নয় ॥
বৃক্ষ গোত্ৰ ঝকমক দেখিতে সুন্দৰ ।
ফল নধৰিলে কৰিবে কোন আদৰ ॥
পৰম সুন্দৰ ৰূপ থাকয় যাহাৰ ।
ৰূপে কি কৰিব পাৰে গুণ নাহি যাৰ ॥
বাঞ্জোফুল প্ৰায়ে মোৰ হইবে নিশ্চয় ।
এহি বুলি মনে মনে গুণে মহাশয় ॥
শাস্ত্ৰক পঢ়িয়া যিটো নাহি পায় ফল ।
কি কাৰ্য জীৱনে সিটো জনম বিফল ॥
সিকাৰণে অন্য স্থানে যাইতে লাগয় ।
দৈমুখীয়া নাহি যাব, যাব অন্য ঠাই ॥
এহি ভাবি পূৰ্বমুখে ডাঙৰী কাষত ।
সূত্ৰ ধৰ্ম প্ৰৱৰ্ত্তাইলা টঙনাত ॥

অজভূজ, পদ্মমূৰ্ত্তি, হৰিৰাম :

মন দুখে অজভূজে তাহাৰে বোলন্ত ।
যাওঁ বোপা কোনো স্থানে সুখ নহবন্ত ॥

সত্য কৰি কহিলা কভু নাখণ্ডিবে।
যৈতে তৈতে যাই বোপা কাল কটাইবে ॥
মূৰুতিৰ ৰূপ গুণ বৰ্ণনা নযায়।
বহু মহাত্মাৰ গুন আছিল তাৰায় ॥
ৰাম ৰম্ভা উৰু তাৰ আজানুলম্বিত।
শ্যাম বৰ্ণ ৰূপতনু দেখি সুশোভিত ॥
গায়ন বায়ন কৰ্মে বৰ ছিল ৰত ।
ভকতজনৰ বৰ প্ৰিয় অন্তৰত ॥
মধুৰ বচনে সৰ্বাকাৰে দিয়ে প্ৰীতি।
শাস্ত্ৰ ভাগৱতে সদা কৰি থাকে ৰতি ॥
কমল নয়ন দেখি কমল লোচন।
আজানুলম্বিত তাৰা হস্ত দুয়োখন ॥
গাভৰু ভেটিৰ হস্তে সত্ৰ উঠাইলন্ত ।
ঋতি নামে গৈয়া তিনি সত্ৰ পাতিলন্ত ॥
তৈৰ হস্তে পূৰ্ণ উঠাইয়া সত্ৰ লইলা ।
ডাঙৰী কাষত আৰ সত্ৰক পাতিলা ॥
তৈতে সুখ শান্তি মনে কিছু নপাইয়া ।
হৰিৰাম মূৰ্ত্তি গুৰু মনতে ভাবিয়া ॥
চতুৰ্থতে হুনজানে সত্ৰক পাতইয় ।
দ্বিতীয় পুত্ৰৰে সূত্ৰ ধৰ্ম সমাপয় ॥
তান পৰে বৈকুণ্ঠক প্ৰয়াণ কৰিলা।
জয়ৰাম মূৰ্ত্তি বুলি প্ৰকাশক ভৈলা ॥
শ্ৰীজয় ৰামমূৰ্ত্তি নামক যাহাৰ '
ভকতক পালি থাকে ধৰ্মৰ বিচাৰ ॥
গুৰুৰ সম্প্ৰদা ইটো পৰম শোভন ।
হৰি হৰি আবে বোলে শুদ্ধ কৰা মন ॥

পদ্মমূৰ্ত্তি, সত্যভূজ :—

জয় জয় ভক্তভূজ ধৰ্ম প্ৰচাৰিল।
জগত যুৰিয়া তিনি কৰ্মক কৰিল ॥
পৰম মাহাত্ম্য গুণ আছিল তাহাৰ ।
বৃদ্ধ অৱস্থাত গৈল বৈকুণ্ঠৰ দ্বাৰ ॥

তাহান অম্বুজ পদ্ম মূকতি হোৱয় ।
ভকতৰ সমম্বিতে প্ৰকাশক হয় ॥
সেহিবেলা ভোগপুত্ৰ মনত গুণয় ।
ভক্তভূজ বাক্য মই পালিবো নিশ্চয় ॥
মনে ভাবি নিজ গৃহে গৈলা তেতিক্ষণ ।
ঘৰ পায়া সবাকাৰে কৰে নিমন্ত্ৰণ ॥

ছবি :— আচাৰ্য কহেন শুন যত সৰ্ব ভক্তগণ
শৈন্যেস্বৰ পূৰ্বেৰ ভাৰতী ।
অকালত পিতৃ মৃত্যু শংকৰভূজে সেহি হেতু
তিন নটী দিয়াছে শকতি ॥
সেহি হেতু শৈন্যেস্বৰে ধৰ্মাসন লইবাৰে
এক মহা কীৰ্ত্তন কৰয় ।
গায়নৰে বায়নৰে নিশা যায় প্ৰভাতেৰে
সত্যভূজ নাম প্ৰকাশয় ॥
জয় জয় সত্যভূজ প্ৰণামোহো পদাম্বুজ
গুণে সীমা নাহিকে যাহাৰ ।
গুণে সীমা নাহি যাৰ হেনয় পুৰুষাকাৰ
শ্যামবৰ্ণ দেখিতে আকাৰ ॥
ৰূপে কাম দেৱ জিনি বৈভৱতে সুৰমণি
বুদ্ধি যেন জীৱৰ কুমাৰ ।
নাসাতিল শোভা আতি যেহ্ন ফণীন্দ্ৰ পাতি
মন মোহে দেখি সবাকাৰ ॥
শব্দে যেন কাদম্বিণি অমৃতৰ স্বৰ শুনি
ক্ষমা গুণে যেন পৃথিৱীৰ ।
হস্ত পদ থুলস্তৰ দেখি অতি মনোহৰ
গমনতে যেহেন হস্তীৰ ॥
শাস্ত্ৰ ভাগৱতে ৰত পুৰাণ গীতাৰ যত
গুণে যেন শুক্রেৰ সোহৰ ।
কৰ্মে যেন ৰঘুবীৰ ধৰ্মে যেন যুধিষ্ঠিৰ
ভকতৰ অতি প্ৰিয়তৰ ॥

উবনত্তে পাতিলন্ত সত্র      বাখিলেন ধর্মসূত্র
আব এক পূর্বেব ভাবতী ।
দেৱোত্তব বাজধব      আব নিস্পিথেবাজব
সর্ব তিনি পাইল সম্পত্তি ।।
ভক্তগণ সঙ্গে লৈয়া      ধর্ম কর্ম প্রচাবিয়া
হবিভক্তিত শুদ্ধ কবে মতি ।
মুহিবে মুহিবে আক      হেন ভক্ত কল্পতরু
সদানামে কবি থাকে বতি ।।
ভকত ও ভক্তি দিয়া      পুত্রে সূত্র ধর্ম দিয়া
চলি গৈল বৈকুণ্ঠ নগবী ।
সত্যভূজ অবিহনে      বাসলেক ধর্মাসনে
পূর্ণভূজ নামে যেবে ধবি ।।
পূর্ণভূজ নাম ধবি      ধর্মক প্রচাব কবি
জয় জয় শবদে থাকই ।
শবণ ভজন দিয়া      ভকতি পর্বতীয়া
চলি গৈলা বৈকুণ্ঠব ঠাই ।।
গুৰুব চবিত্র কথা      শুনিয়া লাগই বেথা
শুনিয়োক সকলে সাদবি ।
গৃহবাসে থাকি বসি      হবি নাম লোৱা ডাক
সমস্ত দুখত যেবে তবি ।।

শ্রীশ্রীধাম সত্যভূজ বিবুদ্ধি বাহাব সত্র ঃ

আচার্য্য কহেন্ত শুন যত ভক্তগণ ।
বিবুদ্ধ সত্রব কথাক বহ শ্রৱণ ।।
জয় জয় অজভূজ গুণেব সাগব ।
সপ্তমতে জনমিল ঔবযে তাহাব ।
জ্যেষ্ঠ পুত্রে ধর্মাসন দিয়া মহাশয় ।
উনৈশব একাত্রিশে বৈকুণ্ঠে চলয় ।।
জয় জয় চন্দ্রভূজ নামে অৱতাব ।
যোলব বৎসব ধর্ম কবিলা প্রচাব ।।
শুক্লবর্ণ তাব ৰূপ দেখি মনোহব ।
কন্দর্প পুৰুষ ছিল যেন শশধব ।।

পৰম পণ্ডিত ধীৰ গুনেৰ সাগৰ।
শাস্ত্ৰ ভাগৱতে অতি ছিল প্ৰিয়তৰ ॥
যেই কালে চন্দ্ৰভূজে ধৰ্ম প্ৰচাৰই।
বিমাতৃৰ পুত্ৰ ভাই আচাৰ্যক হুই ॥
এহি মতে কিছু দিন ছিল বেশে ভাই।
অতপৰে কিহৈলেক শুনিও হুনাই ॥
ৰাবনেৰে বিভীষনে লাগিয়া বিবাদ।
স্নুবৰ্ণৰ লঙ্কা পুৰি হইল নিপাত ॥
দুই ভাই বিবাদক হইল যখন।
ভাই ভাই ঠাই ঠাই হইল তেখন ॥
পূৰ্ব দিশে উজাই আছিল ডাঙ্গৰী কাষত।
বিবুৰ্দ্ধি বাহাৰ সত্ৰ কৰিলা বেকত ॥
সত্যভূজ নাম ধৰি প্ৰকাশক হুই।
পাঁচ গুছি পান খাই বৈকুণ্ঠে চলই ॥
দ্বাদশ বৎসৰ ধৰ্মাসন শূণ্য হুই।
শিশুপুত্ৰ অধিকাৰ যুগুত নহই ॥
গুৰুৰ সম্প্ৰদা ইটো পৰম শোভন।
হৰি হৰি বুলি ইটো শুদ্ধ কৰা মন ॥

দৰ্দ্ধিচ সত্ৰ শ্ৰীবিষ্টুভূজ :

ছবি : আচাৰ্য কহেন শুন যতেক ভকত গণ
সূত্ৰ ধৰ্ম কৰিয়ো শ্ৰৱণ।
আমি যত জানি যাহা সকল কহিবো তাহা
একমনে শুনা সৰ্বজন ॥
নমো নমো জয় জয় ভক্ত প্ৰতি দয়াময়
অজভূজ চতুৰ্থ কুমাৰ।
পৰম ধাৰ্মিক মতি গুণে যেন বৃহস্পতি
ব্ৰহ্মভূজ নামে অৱতাৰ ॥
চন্দ্ৰভূজ জ্যেষ্ঠ পুত্ৰ লৈয়া সহ কৰ্ম্মী মিত্ৰ
খুড়া সঙ্গে বিবাদ কৰিয়া।
জয় জয় শব্দ কৰি ভকত সকলে বেৰি
বিষ্টুভূজ নাম প্ৰকাশিয়া ॥

গোত্রে গোত্রে বাদ কৰি  জনে জনে অধিকাৰী
নাম ধৰি বসে ঠাই ঠাই ।
ভকতৰ সেহি মতে  জানা ইটো স্বভাৱতে
মন বুদ্ধি সকল হেৰাই ॥
ৰাতি দিনে ইটো কথা  মনে চিন্তি লাগে বেথা
ইটো ঈশ্বৰৰ লীলা খেলা ।
মহাদানন্দ দাস লিখে  থাকি বৰালীৰ বাসে
কিনো বুদ্ধি মন বৰইলা ॥

**শ্রীজগন্নাথ মূৰ্ক্তি :**

**পদ :**
পদ্ম মূৰুতিয়ে যেবে বৈকুণ্ঠক যাই ।
জগন্নাথ মূৰ্ত্তি নামে প্রকাশক হুই ॥
পৰম পণ্ডিত ছিল গুণেৰ সাগৰ ।
ভকত জনৰ বৰ অতি প্রিয়তৰ ॥
পঢ়া শুনা মেট্রিক পাচক কৰিল ।
শেষে ধৰ্মাসনে বহি ধৰ্ম প্রচাৰিল ॥
শংকৰ পঞ্চম পুত্র অনা নাম ধৰে ।
ভ্রাতা পুত্রে ধৰ্মাসন অধিকাৰী কৰে ॥
অপমান নহি অনামনত গুণই ।
ইথানত থাকা মোৰ উপযুক্ত নই ॥
মোৰ ভ্রাতা পুত্র হুয়া লই ধৰ্মাসন ।
মৰ্মান্তিক দুখ পাইলেন তৎক্ষণ ॥
বিভীষণে লঙ্কাচাৰি সেই মতে যাই ।
সেহিমতে চলি গৈলা মনে দুঃখ পাই ॥
ঘৰে গিয়া সুহৃদক সকল হুতাই ।
ৰমানন্দ নাম ধৰি আসনক লই ।
দশ বৎসৰ ধৰ্মাসন বসি মহাশয় ।
পাস বৰাই তাৰা বৈকুণ্ঠে চলয় ॥
ৰমানন্দ অবিহনে ভৈল বিশ মূৰ্ত্তি ।
গায়ন বায়নে অতি বৰ ছিল ৰতি ॥
শাস্ত্র ভাগৱতে গীত ঘোষা আদি যত ।
মুহিবে নগৰ আৰ কায়স্থ কুলত ॥

শৰণ ভজন ভক্তি দান দিয়া ।
বৃদ্ধকালে বৈকুণ্ঠক গৈলেক চলিয়া ।।
বিশ মূৰ্ত্তি অবিহনে পটমৰ ভাই ।
সূত্ৰ ধৰ্ম সমৰ্পিয়া দিয়া সমুদাই ।।
শংস মূৰ্ত্তি নামে তাৰা প্ৰকাশক হুইয়া ।
ভকতৰ সঙ্গে সদা থাকই বসিয়া ।।
পৰম ধাৰ্মিক মতি পৰম নিৰ্মল ।
ভকতৰ প্ৰতি সদা চিন্তয় মঙ্গল ।।
হস্ত পদ থুলস্তৰ অতি শোভাকৰ ।
কন্দৰ্প পুৰুষাকাৰ দেখিতে সুন্দৰ ।।
শংস মূৰ্ত্তিৰ কথা ভৈলা সমাপন ।
অংস সদানন্দ কথা কৰহ শ্ৰৱণ ।।
পদ্মমূৰ্ত্তি অবিহনে জগন্নাথ মূৰ্ত্তি ।
আঠাশ বৎসৰ ধৰ্ম পালিলেন ক্ষিতি ।।
ভকতত ভক্তি দিয়া জৌৱক তাৰিলা ।
অনুজেৰে সূত্ৰ দিয়া বৈকুণ্ঠে চলিলা ।।
অংস সদানন্দ মূৰ্ত্তি নাম প্ৰকাশিয়া ।
ভকত সমন্বিতে থাকয় বসিয়া ।।
ডিৰাকৰ সত্ৰে থাকি ধৰ্ম প্ৰচাৰই ।
শৰণ ভজন দিয়া সন্তোষে ৰহই ।।
গুৰুৰ সম্পদ ইটো পৰম শোভন ।
হৰি হৰি বুলি এবে শুদ্ধ কৰা মন ।।

চক্ৰভূজ :

ছবি : আচাৰ্য কহেন শুন যত চাহ কহি পূৰ্ণ
ধৰ্ম প্ৰচাৰিয়া কোন কোন জন ।
ইহাক শুনয় যিটো পাতেক খণ্ডই সিটো
জানা ইটো কথা পুৰাতন ।।
জয় সত্যভূজ কথা শুনিওক কতবা বাৰ্ত্তা
তাৰা যেবে ধৰ্ম প্ৰচাৰই ।
ভক্তভূজ জ্যেষ্ঠ পুত্ৰ বিবৰে ধৰ্মৰ সূত্ৰ
সত্যভূজ লইয়া আশ্ৰয় ।।

সত্যভূজ সহধর্ম্ম আচার্য্যে কৰি কৰ্ম
এক হুয়া থাকে দুইজন ।
মহাভক্তি প্রেম ভাৱে থাকে সদা সর্বদায়ে
দোহে বৃদ্ধি কৈল নিবাৰণ ।।

বিছামৃতে বসি তেতে বিবাদক যেন মতে
ৰক্তবৰ্ণ হোৱা গঙ্গাজল ।
দুই জনে সেহি মতে বিবাদক হাতে বাতে
গুৰু ভক্তে লাগিল কন্দল ।।

যুধিষ্ঠিৰ দুৰ্যোধনে যুদ্ধে কুৰুক্ষেত্ৰ ৰণে
হস্তিনাতে লইতে আশ্ৰয় ।
সেহিমতে মোলানিতে ভকতৰ সমন্বিতে
ভকতৰ জুমে জুমে হই ।।

চক্ৰভূজ নাম ধৰি ভৈল ধৰ্ম অধিকাৰী
মহাধৰ্ম প্ৰচাৰ কৰিল ।
শৰণ ভজন দিয়া ভকতত ভক্তি দিয়া
মোলানিতে পুণ বাসা কৈল ।।

দুলড়ি : কিছুদিন পৰে জানা থৰে থৰে
বৈকুণ্ঠে চলিয়া গেলা ।
তাৰ সহোদৰ নাম খৰ্গেশ্বৰ
ধৰ্মাসন তাৰা লৈলা ।।

বৃধু বিৰশ্বিল বৈকুণ্ঠে চলিল
অনুজৰে দিয়া ভাৰ ।
সৰ্বৈভূজ বুলি নাম লৈ সমুলি
ধৰ্মক কৈল প্ৰচাৰ ।।

অল্প দিনে সিটো স্বৰ্গে গৈল সিটো
জানা আক থৰে থৰ ।
জ্যেষ্ঠ ভ্ৰাতা পুত্ৰ পূৰ্ণ লই সূত্ৰ
ব্ৰহ্মভূজ নাম তাৰ ।।

গুৰুৰ সম্প্ৰদা শুনিও সৰ্বদা
এৰিয়োক আন কাম ।
গৃহতে থাকিয়া হৰি কৰ্ম কৰিয়া
মোক্ষ সাধা হৰিনাম ॥

**সপ্তভূজ — পদ্মভূজ :**

পদ :

আচাৰ্য কহেন শুন বংশেৰ কাহিনী ।
এক চিত্তে এক মনে শুন বাণী ॥
সত্যভূজে ধৰ্ম কৰি বৈকুণ্ঠক যাই ।
জ্যেষ্ঠপুত্ৰ ললি তেৱে অধিকাৰী পাই ॥
পৰম পণ্ডিত ছিল গুণেৰ সাগৰ ।
ভকত জনৰ প্ৰতি অতি প্ৰিয়তৰ ॥
গীত ঘোষা গায়েন কৰ্মেতে ছিল ৰত ।
শাস্ত্ৰ ভাগৱতে অতি ছিলেন পাৰ্গত ॥
হস্ত পদ থুলস্তুৰ পদ্ম তুনয়ন ।
আজানুলম্বিত কৰ দেখিতে শোভন ॥
ভকতৰ প্ৰিয়বৰ গুণেৰ সাগৰ ।
ধৰ্ম ৰত কৰি থাকে সদা নিৰন্তৰ ॥
উনত্ৰিশ বৎসৰ ধৰ্ম কৰিয়া প্ৰচাৰ ।
অনুজৰে দিয়া সূত্ৰ যাই স্বৰ্গদ্বাৰ ॥
বিছামৃত নামে তৃতীয়ক তাৰ ভাই ।
ধৰ্মসূত্ৰ পাইলেন হস্তে জ্যেষ্ঠ ওই ॥
সপ্তভূজ নাম ধৰি ধৰ্ম প্ৰচাৰই ।
ভকতৰ সমন্বিতে থাকিয়া সদায় ॥
শাস্ত্ৰ ভাগৱতে সদা ৰতি কৰয় ।
পুৰাণ গীতাক পঢ়ি সদায়ে থাকয় ॥
উত্তৰ লক্ষ্মীপুৰে যাই শত ভক্তসঙ্গে ;
নাহৰআটি দেখিবাক অতি মহাৰঙ্গে ॥
আত্মগুৰু অনিৰুদ্ধ স্থান দেখিবাৰে ।
এক বাচ ভাৰা কৰি যাই তথাকাৰে ॥
গায়ন বায়ন সৰ্বসঙ্গত লইয়া ।
মহা উৎসৱক কৈল তথাকাৰে গৈয়া ॥

লোকেশ্বৰ নামে এক নিজ বংশধৰ ।
সপ্তভূজ সঙ্গে বাদ কৰে অতপৰ ॥
কুমন্ত্ৰণা কৰি লোকেশ্বৰ মহাশয় ।
বাদ কৰি কাশীজানে পদ্মভূজ হয় ॥
আপোনাৰ গোত্ৰে গোত্ৰে বিবাদ লাগিয়া ।
ভাই ভাই ঠাই ঠাই অধিকাৰী হইয়া ॥
এহিমতে জনে জনে লাগিয়া বিবাদ ।
সেহিমতে ভকতৰ হই প্ৰতিবাদ ॥
অধিকাৰী এক গোত্ৰে ভৈল ঠাই ঠাই ।
সেহিমতে ভকতৰো তৰাণ নাই ॥
গুৰু-সকলৰ মাহাত্ম্যৰ ছিল বল ।
গুপুত মাহাত্ম্য হৈল মহন্ত নিৰ্বল ॥
সেকাৰণে মহন্তৰ ভুতি গৈল বল ।
ধৰ্মৰ কেৱল মাত্ৰ আছয় প্ৰবল ॥
ইটো সম্প্ৰদায়ক যিটো কৰিল ৰচন ।
বিষ্ণুবৰ পুত্ৰ বুলি জানিবা সিজন ॥

বৰগুৰি = বিৰুদ্ধি বাহাৰ সত্ৰ = সৰ্বেভূজ = বৰআলি :

ছুলাড়ি : আচাৰ্য্যৰ বাণী যতেক কাহিনী
শুনিয়োক ভক্তগণ ।
বিবুৰ্দ্ধি বাহাৰ সত্ৰ কথা
আৰ কৰিয়ো আবে শ্ৰৱণ ॥
অজভূজ পুত্ৰ পাতি ছিল সত্ৰ
ভগ্নাংগ্ন নামক যাৰ ।
তাহাৰ সন্ততি অতি শিশুমতি
আছিল পঞ্চ কুমাৰ ॥
অজভূজ নাৰা আতি দুখে পৰি
শিশু পৌপুত্ৰক লই ।
শুনা ধৰ্মাসন থিৰ নোহে মন
মনত আত গুণই ॥

সেহি বেলা আসি তিনিও প্ৰৱেশি
গোসানী নাশক যাই।
দেখিয়া গোসানী বুলিলন্ত বাণী
দিয়োক মোক উপায়॥
চতুৰ্ভূজে পূৰ্বে নিয়মক তেবে
লই চাৰি সিদ্ধ বুঢ়া।
সেহি মতে তোৰা মোৰে কৃপা কৰা
তিনিজনে আগবঢ়া॥

পদ্মৰ বচন শুনিয়া তেখন
নিৰঞ্জন বুঢ়ায়ে কই।
পুৰুষোত্তম বুঢ়া নিৰাকাৰ বুঢ়া
তিনিও একত্ৰ হুই॥
পুৰুষোত্তম যেবে আগবাঢ়ে তেবে
নিৰকাৰে সহায় ভৈলা।
ৰসিক নিৰঞ্জণ ধৰিলেক পান
পদ্মৰ কাৰ্য্য সাধিলা॥
পৰম পুৰুষোত্তমে জলভূজ নামে
কৰিলেক কৃপাদান।
সৰ্বৈভূজ বলি ধৰ্মাসনে তুলি
পূৰ্ণ ভৈল অধিষ্ঠান॥
কিছু দিন পৰে যাই বৈকুণ্ঠেৰে
শাসন নাহিকে আৰ।
দশ বৎসৰ পৰে ব্ৰহ্মভূজ নামে
তৃতীয়তে অধিকাৰ॥
কৃপাদান কৰি সাত মাস পাৰ
পৰলোকে চলি গৈলা।
দ্বাদশ বৎসৰ শূণ্য আসনৰ
ভকত অনৰ্থ ভৈলা॥
অযোধ্যাক চাৰি সঙ্গে লৈয়া নাৰী
শ্ৰীৰাম বনতে যাই।

ইন্দ্রপ্রস্থ ঠাই এৰি পঞ্চ ভাই
বনত প্ৰবেশে যায় ॥
সেহিমতে জানা মন দুঃখে নানা
এৰি গৈল ঠাই ঠাই ।
লেহেং নাৰায়ণ সকুজয় নন্দন
থাকিল মাত্ৰ দুভাই ॥
তাৰ অনুজৰ বিহুল বিষন্নৰ ,
থাকিল বাটক চাই ।
শুনা আৰ্যগণ চাহিয়া বাতক
দুভাই চিন্তে উপায় ॥
বাৰ বৎসৰ পৰে জানা থৰে থৰে
পাছত নিলে উপায় ।
সৰ্ব্বে যে ভুজৰ ভাই তৃতীয়ৰ
রুদ্ৰভুজ নাম লই ॥
কৰে কৃপাদান পাছ গুচি পান
আৰ পাচ খিলা লই ।
রুদ্ৰভুজ গুৰু জনে কৃপা কৰি
ধৰ্ম্মক চলাই যায় ॥
পুৰ্ব্বৰ নিয়ম কিছু কৰি ভ্ৰম
অনেক নিয়ম কৰে ।
প্ৰতি পদ পৰে তিথি সেৱা কৰে
জানা আক হাৰে হাৰে ॥
গুৰু সম্প্ৰদা শুনিও সৰ্বদা
এৰিও কতনা কাম ।
গৃহতে থাকিয়া হৰিক স্মৰীয়া
শুনিয়োক হৰি নাম ॥

—শ্ৰীখগেশ্বৰ মৰাণ ডাঙৰীয়াৰ দ্বাৰা প্ৰণীত

ওপৰঞ্চি (গ)

১ম খণ্ড

# ॥ শ্ৰীশ্ৰীকৃষ্ণভূজৰ শিশুলীলা ॥

॥ পদ ॥

জয় জয় জগন্নাথ জগত কাৰণ ।
ভকতৰ ভয়হাৰি সত্য সনাতন । ৭৩২
যাৰ নামে নাৰে কৰে সংসাৰত পাৰ ।
হেনয় কৃষ্ণৰ পাৱে কোটি নমস্কাৰ ॥ ৭৩৩
মুৰুখ পণ্ডিত হয় যাৰ কৃপা পায়া ।
প্ৰণামোহো তান পদে কৰিয়োক দয়া ॥ ৭৩৪
সৰস্বতী মাতৃৰ চৰণে কৰো সেৱ ।
যাৰ বিনে বাক্যত ৰাখন্তা নাহি কেৱ ॥ ৭৩৫
হৃদিত থাকিয়া আই সোৱঁৰাই দিবা ।
বাক অধিষ্ঠাত্ৰী দেৱী কণ্ঠে স্থিতি হৈবা ॥ ৭৩৬
গুৰুৰ জনম কথা পূৰ্ব্বৰ আখ্যানত ।
সত্ৰ সংঘে প্ৰকাশয় লোক সমাজত ॥ ৭৩৭
আবে কিছু বাৰ্ত্তা কওঁ কৃষ্ণৰ শিশুলীলা ।
জানিবে লাগয় সবে নিজ গুৰুৰ বাৰ্ত্তা ॥ ৭৩৮
শিক্ষা দীক্ষা কেন মতে ভৈলন্ত তথাত ।
যি হেতু আছিল গুৰু লোকৰ অজ্ঞাত ॥ ৭৩৯
সি সব বৃত্তান্ত চয় শুনিয়ো সম্প্ৰতি ।
যাৰ পদে ভকতৰ একান্ত ভকতি ॥ ৭৪০
কৃষ্ণভূজ গুৰু মাতৃ হুবৰী নামত ।
চমু পৰিচয় দিলো শুনা প্ৰথমত ॥ ৭৪১
হুগৰী নামত পূৰ্বে ভকত সুজন ।
দানী গয়াঁ খেলৰ লোক গুৰু পৰায়ণ ॥ ৭৪২

মৰাণৰ গাৱেঁ আছে খেল অসংখ্যাত ।
শুদ্ধ ভৈলা দানী গয়াঁ গুৰুৰ কৃপাত ।। ৭৪৩
সুগৰীৰ কন্যা সুৱৰী দিলো পৰিচয় ।
সাধ্বী সতী গুণৱতী জানিবা নিশ্চয় ।। ৭৪৪
অষ্টভূজ গুৰুৰ বাক্য হৃদয়ত ধাৰ ।
উদৰত লৈলা ভাৰ বহু কষ্ট কৰি ।। ৭৪৫
মাতামহ আলয়ে পাছে ভৈলন্ত বেকত ।
অষ্টভূজৰ সুত ধৰ্ম থৈলা গুপুত ।। ৭৪৬
পূৰ্ব্বতে কহিলো সিটো কথা গুৰুতৰ ।
শিক্ষা দীক্ষা ভৈল তৈতে বহু যত্নপৰ ।। ৭৪৭
মাতামহে হৰনাথ বুলি নাম থয় ।
উজনিৰ লোক মাজে সেহি পৰিচয় ।। ৭৪৮
চন্দ্ৰ কলা সদৃশ বাঢ়ে প্ৰতি নিত ।
বালা হন্তে ৰূপে গুণে হয় আলোকিত ।। ৭৪৯
স্বভাৱতে লোক মধ্যে কৰ্মত প্ৰবীণ ।
ধৰ্মত একান্ত ৰতি লোকে বখানিল ।। ৭৫০
গহীন গম্ভীৰ অতি সুবিচাৰ মতি ।
সকলোতে সমভাৱে দয়া ধৰ্ম অতি ।। ৭৫১
সম বয়সীয়া বন্ধু বান্ধৱৰ সহিত ।
খেলা ধূলা কৰে সমে পৰম প্ৰীতিত ।। ৭৫২
এহিমতে হৰনাথে বুজন হইল ।
উজনিত গুণ যশ ব্যাপিয়া পড়িল ।। ৭৫৩
কত দিনান্তৰে গুৰু অষ্টভূজে ।
ধ্যানত জানিল চিত্তে পঠাইব দূতে ।। ৭৫৪
হৰিষ অন্তৰে ভাৱে আপোনাৰ মনত ।
সুত বংশ হেতু যি কাৰ্য্য কৰিলে পূৰ্ব্বত ।। ৭৫৫
একান্ত গুৰুৰ ভক্ত অতি প্ৰিয়বৰ ।
ধন্য ধন্য সুগৰী যে ভক্ত দামোদৰ ।। ৭৫৬
তাৰাবেসে কন্যা সিটো অতি শান্তমতি ।
ধন্যা ধন্যা গুৰু প্ৰিয়া নাৰী গুণৱতী ।। ৭৫৭

উজনিত আছে গৈয়া ভকতৰ সঙ্গত ।
সাফলিল কাৰ্য্য মানে গুৰুৰ বাক্যত ॥ ৭৫৮
একান্ত গুৰুৰ বাক্য হৃদয়ত ধৰি ।
কায়বাক্য মনে যত থাকিল আচৰি ॥ ৭৫৯
বংশৰ হেতু তান আৰু সুত ধৰ্ম ।
সমীপ চাপিল যেবে কৰিবাক কৰ্ম ॥ ৭৬০
উজনিত গুৰুৰ বাক্যে বস্তুৰ প্ৰকাশ ।
মাতৃৰ আশ্ৰয়ে থাকি হোৱন্ত বিকাশ ॥ ৭৬১
ক্ৰমে ক্ৰমে চন্দ্ৰকলা বাঢ়ে প্ৰতি নিত ।
বিল মধ্যে পদ্ম যেন হয় বিকশিত ॥ ৭৬২
গুৰুয়ে চিন্তিয়া মনে হৃদয়ে বিচাৰি ।
যতেক ব্যৱস্থা মানে কৰে শীঘ্ৰকৰি ॥ ৭৬৩
তদন্তৰে গুৰুদেৱে চিন্তিয়া উপায় ।
নিৰাকাৰ নামে ভক্ত আনিল মতাই ॥ ৭৬৪
গুপুতত্তে গুৰুদেৱে কহিল বুজাই ।
নিৰাকাৰে বুলিলন্ত কথা সমুদায় ॥ ৭৬৫
গুৰুয়ে কহে ডাঙৰীয়া মোৰ বাক্য ধৰি ।
হাবাং কাবাং চৰাই আনিয়ো বিচাৰি ॥ ৭৬৬
কৈতনো আছয় হাবাং কাবাং চৰাই ।
শুনি আছো উজনিত বিচাৰিলে পাই ॥ ৭৬৭
তাহাৰ পোৱালি এক বিচাৰ কৰিয়ো ।
ত্বৰা কৰি গৈয়া তুমি খুজিয়া আনিয়ো ॥ ৭৬৮
যেখনে পাইবা তাক অতি যত্ন কৰি ।
সজা এক সাজি লৈবা তৈতে ভৰি ॥ ৭৬৯
বাঁহ গোট সাজি বাহা দৃঢ় কৰি মনে ।
পালিবাক পাৰি যেন পৰম যতনে ॥ ৭৭০
মনে চিন্তা কৰিবা সজা কাতি কৰি ।
চৰাইৰ গোট কদাচিত নেযায় যেন উৰি ॥ ৭৭১
গুৰুদেৱে ইঙ্গিতন্তে যেতিক্ষণে কৈলা ।
নিৰাকাৰে তেতিক্ষণে বাক্যক মানিলা ॥ ৭৭২

ইটো গোপ্য তত্ত্ব কথা নেজানিলে কেহ্ন ।
গুৰুপদে নিৰাকাৰে পৰি কৰে সেৱ ॥ ৭৭৩
আশীৰ্ব্বাদ পায়া পাছে লৈলন্ত বিদায় ।
উজনিক গৈলা মনে গুৰুক শিয়ায় ॥ ৭৭৪
গুৰু বাক্য শিৰে ধৰি যিটো ভক্তগণ ।
একান্ত ভকতি ভাবে থাকে সৰ্বক্ষণ ॥ ৭৭৫
যিটো জনে সংসাৰ তৰয় দুৰ্গতি ।
কলিৰ পৰম ঔষধ হৰি নামে গতি ॥ ৭৭৬
হেন জানি ভক্ত সবে হৰি গুণ গায়া ।
গুৰুৰ কৃপাত সৰ্ব্ব মন পুৰ হৈলা ॥ ৭৭৭
ভক্তিভাৱে ৰাম নাম লৈয়ো অবিৰাম ।
গুৰুৰ প্ৰসাদে পাইবা বৈকুণ্ঠৰ ধাম ॥ ৭৭৮

॥ দুলড়ী ॥

ব্ৰহ্মপুত্ৰে যাই নৌকায়ে উজাই
পালে গৈ ডিবৃরু মুখ ।
পুনু ডিবুৰুৱে গৈলা ধীৰে ধীৰে
হইয়া উজনি মুখ ॥ ৭৭৯
মৰাণৰ দেশে বহুস্থান গ্ৰাম
প্ৰবেশিয়া প্ৰথমত ।
গুৰুৰ বাক্যত ছদ্ম যে বেশত
ঘূৰি ফুৰে অ'ত ত'ত ॥ ৭৮০
এহি মতে ক'তো গ্ৰামত ভ্ৰমিল
উজনিত গৈয়া তথা ।
কতনো কহিবো প্ৰতি গ্ৰাম নাম
নাহি তাৰ লেখা জোখা ॥ ৭৮১
তথাপিটো কহোঁ যদিও বহুত
আছে গাওঁ ভিন্ন ভিন্ন ।
দুই চাৰি পাঞ্চ কহো গ্ৰাম নাম
যৈত মৰাণৰ চিহ্ন ॥ ৭৮২

যেলাখাট মতা পুংগেৰে গোৱা
দেৱা ঘাট ছাতীজান ।
গৈয়া যে ভটিয়াই পুম্ব গৈয়া পাই
ডিবুক গুঁইজান ॥ ৭৮৩
ডাঙৰী মুখেৰে উজাই আহিলো
নিকটতে বাঘজান ।
গুৰি যে হলঙা দিকৃছৈ যজোখোৱা
ভূমুক ডিবুকজান ॥ ৭৮৪
দীঘলটৰং আদি দহটীয়া গটং গাওঁ
কৰ্দৈগুৰি দজিজান ।
কেছেৰাগুৰি গাওঁ ভুটীয়া কেৰানি
ভাৰ পাছে বভাজান ॥ ৭৮৫
দাইছা কপাই হাতীশাল এড়াই
দাৰিয়া ভেটিক পাই ।
গৰু মৰা টুপ আক ৰৰ গড়া
প্ৰভৃতি মৰাণৰ ঠাই ॥ ৭৮৬
ইসব প্ৰয়াগে ঘূৰি ঘূৰি পিছে
চৰ্কাৰিটিং সোমালো যাই ।
গুৰুৰ সাক্ষাত ভ্ৰমিলো গ্ৰামত
চৰাই পোৱালি হই ॥ ৭৮৭
চৰ্কাৰিটিং গাৱেঁ যেবে প্ৰবেশিলো
সূৰ্য্য মাৰ যাই প্ৰায় ।
দিবা অৱসানে থাকো কোন স্থানে
চিন্তিয়া আকুল প্ৰায় ॥ ৭৮৮
কত দিনান্তৰে ফুৰি গাৱেঁ ভূঞা
উদ্দেশ্য নহল সিদ্ধি ।
হতাশ মনেৰে চিন্তিলো হৃদয়ে
হয়া অতি হত বুদ্ধি ॥ ৭৮৯
গুৰু বাক্যে শিৰে ধৰি গাৱেঁ গাৱেঁ ফুৰো ঘূৰি
নিৰাকাৰ বুঢ়া ডাঙৰীয়া ।
যেতিক্ষণে-চৰ্কাৰিটিং গাৱেঁ আহি প্ৰবেশিলো
সূৰ্য্যাগতৰ সময় হেতিয়া ॥ ৭৯০

অসময়ে কি কৰিবো কোনে স্থান যাইবোহো
বুলি মনে চিন্তিল তেখন ।
ই ঠাইৰ লোক সবে নিচিনয় কোন যেবে
কি উপায় কৰিবো এখন ।। ৭৯১

এহি ভাবি ধীৰে ধীৰে এক গৃহস্থৰ ঘৰে
প্ৰবেশিল অভ্যাগত হই ।
অতিথিক পাই গৃহে শুশ্ৰূষা কৰিয়া পাছে
আশ্ৰয় দিলা আনন্দিত হই ।। ৭৯২

গৃহস্থৰ যিটো জন অতিথিক শুদ্ধ মনে
কৰিলেক যথামতে সৎকাৰ ।
আদৰি সাদৰি লৈ অতিথিৰ পৰিচয়
আগমন কি কাৰ্য্যো তাহাৰ ।। ৭৯৩

গৃহস্থৰ শুশ্ৰূষাত সন্তোষ লভিয়া যত
পৰস্পাৰে লৈলা পৰিচয় ।
ভগৱী যে দামোদৰ নাম হয় গৃহস্থৰ
বুলি মনে কৰিল নিৰ্ণয ।। ৭৯৪

গুৰু বাক্য আচৰিয়া বাৰ্ত্তা যত বিৰ্বাৰিয়া
ডাণ্ডৰীয়া নিৰাকাৰে কয় ।
ইঙ্গিততে কহে জানি গুৰুৰ বাক্যক শুনি
দামোদৰে সন্তোষ লভয় ।। ৭৯৫

মনে মনে চিন্তা কৰি গুৰুৰ চৰণ স্মৰি
সবিনয়ে গৃহস্থে কহয় ।
গুৰুৰ যতেক বাক্য সিদ্ধি হৈব সৰ্ব্ব কাৰ্য্য
সত্যে সত্যে বুলিলোহো নিশ্চয় ।। ৭৯৬

দামোদৰ চৰণত কহিলন্ত উত্তৰত
নিৰাকাৰে কৰিয়া প্ৰকাৰ ।
যতেক কহিলো বাণী গোপনতে কৰো আমি
হেন মনে গুৰুৰ বিচাৰ ।। ৭৯৭

এতেক বুলিয়া পাছে যি কৰিলা ছুইজনে
শুনিয়োক তাহাৰ কথন।
পৰিচয় হুয়া পৰ নিৰাকাৰ দামোদৰ
সংবাদ যে অতি বিচক্ষন ॥ ৭৯৮
গুৰুৰ ইঙ্গিত বাণী হাবাং কাবাং চৰাই বুলি
কহে যাক বুলিবয় চৰাই।
পূৰ্ব্বে যেন মতে ধৰ্মে ৰাখিবাক কৰি যত্ন
গুৰুৱে যি কৰিলে উপায় ॥ ৭৯৯
চৰাই নহয় সিটো মহাবস্তু জানা ইটো
দামোদৰৰ গৃহে গুপুতত।
নিৰাকাৰদেৱে খুজি বিচাৰি পালোঁহ আহি
হৰনাথ নামে ইথানত ॥ ৮০০
হৰনাথ ছৱালৰ সহ মাতৃ ছুবৰী আৰু
নিৰাকাৰে ভৈলন্ত সাক্ষাত।
পৰস্পৰে চিনাচিনি হৈয়া পাছে সবে মিলি
কৰে কাৰ্য্য লোকৰ অজ্ঞাত ॥ ৮০১
নিৰাকাৰ দেৱে কহে ৲ ভূঁই বাৰী অবিহনে
পোহপাল নহৈছে আমাৰ।
এতেকতে ইটো স্থানে আসি আছো দূৰ হন্তে
মনে মনে কৰিয়া বিচাৰ ॥ ৮০২
এহি বুলি লোক মাজে প্ৰকাশয় নিৰাকাৰে
দেখে লোকে কৃষিবো যতন।
ছৱালক সঙ্গে লৈয়া সৰ্ব্ব কাৰ্য্যে ফুৰে লৈয়া
শিক্ষা দীক্ষা দিয়া মনে মন ॥ ৮০৩
এহিমতে অল্প দিনে কাৰ্য্য কৰে সমাপন
গুৰু বাক্য পালিলা যতনে।
গৃহে গৈয়া একবাৰ ঘূৰি আহে পুনঃবাৰ
বুলি কহে লোক বিদ্যমানে ॥ ৮০৪
শুভক্ষণ বাৰ চাই বিদায় লইয়া তথাই
গুৰুপদে কৰিয়া স্মৰণ।
তিনি চাৰি দিনান্তৰে উপনীত গুৰু স্থানে
মনে অতি হুয়া দুৰ্ব্বল ॥ ৮০৫

শুক পাশে গৈয়া পাছে     স্তুতি নতি কৰি পদে
নিবেদিলা শুক সমীপত ।
পূৰ্ব্বাপৰ কথা যত     কৰিলেক উজ্জনিত
বিৱৰিয়া কহিল যতত ।। ৮০৬
শুকদেৱে চিন্তি মনে     আদেশিলা সদাশিৱে
তত্তালিকে মাতিয়া আনিয়া ।
দ্ৰুত গতিত গৈয়া তথা     নিৰাকাৰ কৰ্ম যত
ঘূৰি অহা প্ৰমান কৰিয়া ।। ৮০৭
উজ্জনিত ঘূৰি ফুৰি     কত দিনান্তৰে আহি
উপনীত ভৈলা এতিক্ষণ ।
বহু গ্ৰাম স্থান ভ্ৰমি     বহু কষ্টে কাৰ্য্য কৰি
কহিলেক সব বিৱৰণ ।। ৮০৮
যত্তেক শুনিলো মানে     বিচাৰ কৰিয়া মনে
যিবা কাৰ্য্য কৰিবতে সাধন ।
যি হেতু আমাৰ বাক্য     কৰিবাক যোলা বাক্য
তুমি বিনে নাহি অন্যজন ।। ৮০৯
গুৰুৰ এতেক বাক্য     সদাশিৱে কৰি মন
নমিলন্ত গুৰুৰ চৰণ ।
বিধান লইয়া গৃহে     যাত্ৰা কৰিলেক পিছে
তিনিবাৰ চাই শুভক্ষণ ।। ৮১০
যথাসময়তে যাই     উজ্জনি দেশক পাই
যথাস্থানে ভৈলা উপস্থিত ।
দামোদৰ গৃহে পশি     অতিথি বুলিয়া কহি
শুক বাক্য কৰিয়া নিশ্চিত ।। ৮১১
ছুৱালৰ শিক্ষা দীক্ষা     পৰীক্ষা কৰিয়া তথা
শীঘ্ৰ গতি আসিল উলটি ।
আসিয়া গুৰুৰ পাৱে     নিবেদিলা ভক্তিভাৱে
বহুমতে কৰি স্তুতি নতি ।। ৮১২
নিৰ্দ্দেশী সদাশিৱৰ     বচন শুনিয়া পৰ
হুয়া শুক অতি ৰঙ্গমন ।
নিৰাকাৰক আনি মতাই     বুলিলন্ত পুনৰাই
উজ্জনিত কৰিয়ো গমন ।। ৮১৩

গৈয়া তুমি ভকতক বুলিবাহা বাক্য যত
মোৰ বাক্য কৰিয়া প্ৰকাৰ ।
যেহেন পূৰ্ব্বৰ ৰীতি ভকতৰ আছে নীতি
কৃষিৰ শেষত তাসম্বাৰ ॥ ৮১৪
আদেশ কৰিয়া তাত ন চাউল শাকপাত
দিব লাগে গুৰুৰ গৃহত ।
হৰনাথে আহে যেন উপায় কাৰয়ো তেন
যুক্তি কৰি ভক্তৰ সঙ্গত ॥ ৮১৫
এতেক বাক্যক দিয়া কহন্ত যে বুজাইয়া
অষ্টভূজ গুৰু কৃপাময় ।
যাৰ পদে ৰেণু মাত্ৰ সুখী হোৱা সাধুসৱ
সংসাৰত মুকুতি লভয় ॥ ৮১৬

## ॥ গুৰু-ভকতৰ সম্বাদ আৰু শ্ৰীশ্ৰীকৃষ্ণভূজ পিত্ৰালয়ে গমন ॥

॥ ছুলড়ী ॥

নিৰাকাৰদেৱে পৰি ভক্তিভাৱে
গুৰুত বিদায় লৈলা ।
নৌকাত চড়িয়া নৈয়ে উজাইয়া
পুনু চকৰিটিং পাইলা ॥ ৮১৭
গুৰুৰ চৰণ কৰিয়া গোপন
ছৱালক জান দিলা ।
ভকতক মাতিয়া ঘৰিতে আনিয়া
সমস্ত বৃত্তান্ত কৈলা ॥ ৮১৮
গুৰুৰ আদেশ বুজি সবিশেষ
মিলি সবে ভক্তগণ ।
চাউল পাত ধৰি হুয়া তৎপৰ
শীঘ্ৰে কৰিলেক যতন ॥ ৮১৯
পৰম হৰিষে ভকত সকলে
গুৰুৰ সমীপে যাব ।
শুভ বাৰ ক্ষণে হ'ব যেতিক্ষণে
সিদিনা যাওনা হ'ব ॥ ৮২০

গুৰুৰ আলয়                যাইবে লাগয়
বিনে নৌকা নিৰূপায় ।
নিৰাকাৰ দেৱে                চিন্তে মনে মনে
আমি কি কৰিবো উপায় ।। ৮২১

ভকত্ত সকলে                ৰাখিছে যতনে
তাসম্বাৰ নৌকা চয় ।
ভকতৰ সঙ্গে                একই নৌকাত
যাইবাৰ যুক্তি নয় ।। ৮২২

নিৰাকাৰ মনে                চিন্তিয়া তেখনে
এক নৌকা নতুন লৈ ।
যাইব দুজনে                একই নৌকাত
ছৱালক সঙ্গত লৈ ।। ৮২৩

কৰিবো উপায়                যেন তেন মতে
ভকত লোক আগ হই ।
পাছত নৌকায়ে                যাম ভটিয়াই
ভকতৰ অদৃশ্য হই ।। ৮২৪

যি মতে চিন্তিলা                সি মতে কৰিলা
ঘাটে বান্ধি নৌকা আনি ।
মনত গুনিলে                সিদ্ধান্ত কৰিলে
মহিমা দেখাব বুলি ।। ৮২৫

যি দিনা ভকতে                স্থিৰ কৰি মনে
সবে একচিত্ত হই ।
গুৰুৰ গৃহলৈ                ওলাল যাবলৈ
ছৱালক মাতিলে গই ।। ৮২৬

পদুলিত থিয় হৈ                ছৱালৰ কাৰণে ৰই
যেখনে মাতিব লয় ।
বুঢ়ায়ে বুলিলে                সবে ও তোমৰা
গৈয়া থাকা আগ হই ।। ৮২৭

খাবলৈ ওলাই থৈনো যতনাই
আছে মাখোন খাবলৈ ।
খোৱা বোৱা কৰি থবিতে লৰবি
পথত লগ ধৰিম গৈ ॥ ৮২৮

বুঢ়াৰ বাক্যত ভকতে নৌকাত
চড়ি ভটিয়াই যায় ।
যেবে চলি যাই নৌকাত ভটিয়াই
সবেও ঘূৰি ঘূৰি চায় ॥ ৮২৯

ভকতে ভাৱিলে ছৱালে নাহিলে
বুঢ়া ও থাকিল সঙ্গে ।
কিয়নো নাহিলে সবাকো ভাগিলে
সুবুজিলো একো মনে ॥ ৮৩০

চাৰি দিনান্তৰে বেলা মধ্যাহ্নতে
পালেগৈ গুৰুৰ ঘাট ।
সবেও বুলিলে বুঢ়াই নাহিলে
ছৱালো ৰৈলা তথাত ॥ ৮৩১

পূৰ্ব্বতে কহয় বিচক্ষণ হয়
নিৰাকাৰ ডাঙৰীয়া ।
সমস্ত কৰ্মত জানিবা পাৰ্গত
গুৰু ও পাচনীয়া ॥ ৮৩২

দূৰদৰ্শী মন যেনে বিচক্ষণ
কৰ্মটো অতীব পটু ।
নামত গুণত কাৰ্য্য কাৰণত
মহিমা প্ৰকাশে বহু ॥ ৮৩৩

কৰ্মত প্ৰবীণ ভাৱত গহীন
বয়সে হ'লেও বুঢ়া ।
ছৱালক লৈয়া আগতে গৈয়া
পালেগৈ গুৰুৰ চ'ৰা ॥ ৮৩৪

ভকত সকলে বিস্ময় মানিলে
দেখি নৌকাখনি ।
মনত চিন্তিলে কি মতে আহিলে
পথে আমাসাক এৰি ।। ৮৩৫
হয় বা নহয় মনত গুণয়
সবে ও কানাকানি কৰে ।
গুৰুৰ চ'ৰাত দেখিয়া সাক্ষাৎ
ভকতে তলমূৰ কৰে ।। ৮৩৬
গুৰুৱে ভকতে হ'ল দেখা দেখি
বুজা বুজি সমাচাৰ ।
কাৰ্য্যৰ অন্তত গুৰুৰ বাক্যত
ভকতে কৰন্ত বিচাৰ ।। ৮৩৭
নীতি অনুগত কাৰ্য্য সমাপ্ত
গুৰুৰ চৰণে পৰি ।
গুৰুৰ নিৰ্মালি শিৰে লৈলা তুলি
তেৰাৰ চ'ৰাতে বসি ।। ৮৩৮
গুৰুৱে কহন্ত ভকতে শুনন্ত
যতমান ভক্তগণ ।
ভকতৰ দুৰ্দ্দিন আহিব এদিন
মহন্তৰো নিৰ্য্যাতন ।। ৮৩৯
ৰাজ অত্যাচাৰ হৈবে অনাচাৰ
ভকতৰ আলৈ বিলৈ ।
ধৰ্মৰ আচাৰ হবে ব্যভিচাৰ
সত্ৰ সৱে নেথাকিব ৰৈ ।। ৮৪০
সেইহেসে কাৰণে বিচাৰিয়া মনে
সূত্ৰ ধৰ্ম লুকুৱাই ।
হাবাং কাবাং চৰাই বুলিয়া খাটাং কৈ
দিলো পথাই উজুৱায় ।। ৮৪১
এতেক বচন শুনি ততক্ষণ
নিৰাকাৰ ভক্ত দেৱ ।
নম্ৰ হোৱা অতি বুলি তুতি নতি
গুৰুপাৱে কৰে সেৱ ।। ৮৪২

গুৰুৰ সমস্ত কাৰ্য্য কৰি অন্ত
নিবেদিলা চৰণত ।
গুৰু ভকতৰ কথা মনোহৰ
কাহলো সম্বাদ যত ॥ ৮৪৩
তাৰ পাছে শুনা যেন কথা ভৈলা
গুৰু-পুত্ৰ মিলনৰ ।
দুহান্তু চৰিত্ৰ পৰম পবিত্ৰ
কথা অতি মনোহৰ ॥ ৮৪৪
নিৰাকাৰদেৱে কহে ইঙ্গিততে
হৰনাথ মুখ চাই ।
গুৰুৰ দুখানি চৰণ যুগলে
ধৰিলেক পুত্ৰে যায় ॥ ৮৪৫
পাৱে ধৰি পাছে পৰি নত শিৰে
স্তুতি কৰিবাক লৈলা ।
চক্ষুৰৰ লোতাকে চৰণ ধুৱালে
মুখে বাণী বোলাইলা ॥ ৮৪৬
হইয়া কাতৰ বহুক্ষণ পৰ
কায়বাক্যে কৰে স্তুতি ।
দুখানি চৰণে পশিলো শৰণ
কৃপা কৰা দেৱ পিতৃ ॥ ৮৪৭
কোটি জনমৰ খাগুল বিপদ
গুচিল জন্মৰ দুখ ।
নমো জগন্নাথ পৰম অনাথ
দিলাহা চৰণ সুখ ॥ ৮৪৮
কোটি কোটি শত পৰিহৰা দোষ
লৈয়ো মোক পুত্ৰ বুলি ।
ইবাৰ অধমে শৰণ পশিলো
মোক লৈয়ো দাস বুলি ॥ ৮৪৯
গুৰু পিতৃদেৱ পাদ কৰো সেৱ
কেৱল শৰণ চাওঁ ।
শ্ৰৱণ কীৰ্ত্তন দিয়োক শৰণ
তেবে বা সাৰ্থক হওঁ ॥ ৮৫০

মই দুৰাচাৰ কেৱল তোমাৰ
অপৰাধী নাৰায়ণ ।
ক্ষেমিয়োক হৰি লৈয়ো দাস কৰি
চৰণে পশিলো শৰণ ॥ ৮৫১

মই অতি দীন জ্ঞান বুদ্ধি হীন
তুমি অগতিৰ গতি ।
তয়ু কৃপা বিনে ৰাখিবেক কোনে
পৰম জানি পতিত ॥ ৮৫২

এহি মতে নানা কৰিয়া প্ৰাৰ্থনা
স্তুতি কৰিলন্ত বহু ।
পুত্ৰৰ স্তুতিত হুইয়া হৰিষ
বহিল দুধাৰি অশ্ৰু ॥ ৮৫৩

কতোক্ষণ পৰে গুৰুৱে বুলিলে
পুত্ৰৰ মুখলৈ চাই ।
মোৰ স্মৃত ধৰ্ম আৰু মোৰ বংশ
থাকিব তোমাৰ ঠাই ॥ ৮৫৪

মোৰ বোল ধৰা দুখ পৰিহৰা
নামত কৰিবা ৰতি ।
তোমাৰ ধৰ্মত লোক সমাজত
প্ৰকাশ হৌক কীৰ্ত্তি ॥ ৮৫৫

নামৰ মহিমা পৰম আশ্চৰ্য্য
কহিবাক পাৰে কোনে ।
যোতয়া তোমাৰ হুইব বিকাশ
তেতিয়া ভজিব লোকে ॥ ৮৫৬

এহিমতে বহু কহে পিতৃগুৰু
পুত্ৰক সাৱটি ধৰি ।
অতীব গোপন ভৈলেক কথন
জানিবাহা সত্য কৰি ॥ ৮৫৭

পিতাৰ পুত্ৰৰ কথা গুৰুতৰ
গুপুততে আলাপয় ।
গুৰুৱে পাছত ভকতৰ আগত
 বেকত কৰিয়া কয় ॥ ৮৫৮
শুনা ভকত লোক মোহোৰ কথন
বুলিলোহো ভবিষ্যত ।
যাহাৰ কাৰণে আমাৰ যতন
কহিলোহো কাৰ্য্যতত্ত্ব ॥ ৮৫৯
নিশ্চয়ে জানিবা কহোঁ মই যিবা
ৰাজ নিগ্ৰহৰ হেতু ।
ধৰ্ম যে বিলুপ্ত অৱশেষে ঘটিব
অমঙ্গল হইব বস্তু ॥ ৮৬০
সেহিসে কাৰণে ধৰ্ম সংগোপনে
ৰাখিলোহো উৰ্জনিত ।
বিধিৰ নিৰ্ব্বন্ধ সিটো কৰ্ম্মবন্ধ
ঘটিবেক ভবিষ্যত ॥ ৮৬১
সৃত ধৰ্ম মানে অতি সযতনে
পথাইলো উজুৱাই ।
যাই উজনিত থাকিব তহিত
নামধৰ্ম প্ৰৱৰ্ত্তাই ॥ ৮৬২
মোৰ অবিহনে ধৰ্মৰ আসনে
ছৱালে বঢ়াব শোভা ।
পৰম নিৰ্মল ধৰ্ম অনুপম
ভবিষ্যতে থাকিব তথা ॥ ৮৬৩
মোৰ বাক্য যিটো কহিলোহো ইটো
কদাপি খণ্ডন নাই ।
কৰিবা পৰম জানিবা ধৰম
নাম বিনে শ্ৰেষ্ঠ নাই ॥ ৮৬৪
যতেক কহিলে শুনিলা ভকতে
ভবিষ্যতৰ মোৰ বাণী ।
সংসাৰ তৰিবা মায়াক তেজিয়া
নামৰ মহিমা শুনি ॥ ৮৬৫

## শ্ৰীশ্ৰীকৃষ্ণভূজৰ অন্তৰ্ধান :
## শ্ৰীশ্ৰীঅষ্টভূজৰ বৈকুণ্ঠ প্ৰয়াণ :

॥ পদ ॥

নমো নমো নাৰায়ণ ৰাম কৃষ্ণ হৰি ।
প্ৰণামোহো বাৰম্বাৰ চৰণত ধৰি ॥ ৮৬৬

কৰিয়োক কৃপাময় অনাথৰ নাথ ।
ভক্তিভাৱে পাদ পদ্মে অৱনত মাথ ॥ ৮৬৭

বৰ্ণনা গুৰুৰ গুণ অতীৱ দুষ্কৰ ।
জ্ঞান হীন ভক্তিহীন পৰম পামৰ ॥ ৮৬৮

তথু কৃপামেশ বিনে নাহিকে শকতি ।
ভাৱ ভক্তি নাই মোৰ জ্ঞানহীন মতি ॥ ৮৬৯

হৃদিত থাকিয়া নাথ কৰিয়োক দয়া ।
ভক্তিৰ সঞ্চাৰ হৌক যেন মোৰ হিয়া ॥ ৮৭০

নিমিত্তৰ ভাগী আমি তুমি সে কাৰণ ।
যতেক কহিবো মাত্ৰ মানে গুৰুৰ কথন ॥ ৮৭১
গুৰু-পদ ধূলাৰ কৃপা ৰেণু মাত্ৰ পাই ।
তাহান চাৰিত্ৰৰ পদ কৰিবো বৰ্ণাই ॥ ৮৭২

অষ্টভূজ গুৰুদেৱৰ পদ মনে স্মৰি ।
প্ৰকাশিব গুণ যশ শুনা কৰ্ম ভৰি ॥ ৮৭৩

ৰাজ-নিগ্ৰহৰ হৈলা দেশৰ প্ৰলয় ।
পূৰ্ব্বত কহন্ত যেন ভক্তৰ বিলাই ॥ ৮৭৪

মৰাণৰ অভ্যুদয় হৈলা যেন মত ।
পতনো ঘটিল পুনঃ বাৰ হেন মত ॥ ৮৭৫

অষ্টভূজ গুৰুদেৱে জানিল মনত ।
ৰাজ অত্যাচাৰ পুনু ঘটিব দেশত ॥ ৮৭৬

গুৰু ভকতৰ বহু বিলাই বিপত্তি ।
কতনো কহিবো তাসম্বাৰ দুটি ঘটি ॥ ৮৭৭

ধৰ্ম লুপ্ত হৈব মনে জানি ভৱিষ্যত ।
দুখ মনে সদা থাকে আপোনাৰ মনত ॥ ৮৭৮

সেহিসে কাৰণে ধৰ্ম থৈল উজুৰায় ।
দুৱালক কেন মতে দিলে লুকুৱায় ॥ ৮৭৯

পূৰ্ব্ব আখ্যানত কৈলো ইসব বৰ্ণন ।
যাহাৰ বৃত্তান্ত চয় অপূৰ্ব্ব কথন ॥ ৮৮০

গুৰুৰ বাক্যক লৈয়া ভকত সহিত ।
আনন্দতে হৰনাথে থাকে উজনিত ।। ৮৮১
অতীতৰ বন্ধুসহ উজনি দেশৰ ।
তাহান কাৰণে প্ৰীতি আছে বহুতৰ ।। ৮৮২
সি সবৰৰ সঙ্গে সদা পৰম প্ৰীতিত ।
সদায়ে ক্ৰীড়িয়া ফুৰে হৈয়া আনন্দিত ।। ৮৮৩
এহিমতে কতদিনে পাছে তাসম্বাৰ ।
শৰণ ভজন হেতু হৈল আপোনাৰ ।। ৮৮৪
হৰনাথে বন্ধু সহ হেতু লোকাচাৰ ।
শৰণ ভজন হেতু যাই পুনঃ বাৰ ।। ৮৮৫
তাহাৰ যতেক কৰ্ম কৰন্ত পূৰ্বত ।
কেহোঁ নজানয়া ইটো থৈলা গুপুতত ।। ৮৮৬
শৰণ ভজন লৈলা গুৰু চৰণত ।
সবে মিলি পাই গৈয়া যথা সময়ত ।। ৮৮৭
শিক্ষা দীক্ষা সবে পাই গুৰুৰ কৃপাত ।
সত্ৰে পৰিপূৰ্ণ ভৈলা থাকিয়া তথাত ।। ৮৮৮
হৰালৰ কৃষ্ণভূজ নাম প্ৰকাশিলা ।
তাহানৰ কথা চয় পূৰ্বতে শুনিলা । ৮৮৯
তাস্তে বাক্য-গুৰুদেৱে কহে পুনবাৰ ।
দেখৱাই লোকাচাৰ কৰিয়া প্ৰকাৰ ।। ৮৯০
কৃষ্ণভূজে হৈবে জানা ধৰ্ম শিৰোমণি ।
নাম মোৰ প্ৰকাশিব থাকিয়া উজানি ।। ৮৯১
কৃষ্ণভূজৰ সহ আন গুৰু শৰণীয়া ।
তাসম্বাৰ প্ৰতি বাক্য কহন্ত তেতিয়া ।। ৮৯২
আহোম, খাটোৱাল, মৃদৈ, কছাৰী ।
চাৰি বুঢ়া বাব দিয়া গুৰুৱে বিচাৰি ।। ৮৯৩
মেজেৰাক ৰজা পাতি কৰিলা উাদত ।
সৰ্বানন্দ সিংহ নামে পাতে উজনিত ।। ৮৯৪
বৰবৰুৱা বাব গোধাক অৰ্পিলা ।
গোপীনাথ যাক গুৰুৱে ভাবিলা ।। ৮৯৫
এহিমতে প্ৰত্যেককে দিয়া কাৰ্য্যভাৰ ।
বিদায় বেলাত গুৰু বহে পুনঃবাৰ ।। ৮৯৬

শুনিয়োক সৰ্ব্বজনে মোৰ বাক্যচয় ।
যিবা বাক্য ক'লো মানে পালিবা নিশ্চয় ॥ ৮৯৭
যেন বাক্য তেন কাৰ্য্য কৰিবা পাছত ।
কৃষ্ণভূজে গুৰু ৰূপে দেখাব মহত্ব ॥ ৮৯৮
যেজেৰাক ৰাজ্যপদ কৰিলো অৰ্পণ ।
ৰাজকাৰ্য্য উজনিত প্ৰজাৰ পালন ॥ ৮৯৯
ৰাজাসহ মন্ত্ৰণা কৰি গোপীনাথ ।
মন্ত্ৰী হুয়া পালিবাহা যতেক সমাজ ॥ ৯০০
চাৰিও বুঢাৰ কাৰ্য্য হৈলা ভক্তি দান ।
ডাঙৰীয়া হৈয়া ভক্তি কৰিবা প্ৰদান ॥ ৯০১
কৃষ্ণভূজৰ সহ মিলি ধৰ্ম আচৰণ ।
মোৰ বাক্যে শুদ্ধ ধৰ্ম কৰিবা পালন ॥ ৯০২
তোমাসাক বুলিলোহো মোৰ সত্যবাণী ।
শৌচ সংযমাদি যত থাকিবাহা পালি ॥ ৯০৩
গুৰুৰ যতেক বাক্য লইয়া শিৰত ।
মেলানি মাগিয়া আছে উজনি দেশত ॥ ৯০৪
উজনিত যাম বুলি হুয়া ৰঙ্গমন ।
গুৰুত মেলানি লৈ কৰে আগমন ॥ ৯০৫
পথ মধ্যে ভৈলা পাছে দিবা অৱসান ।
বঞ্চিলন্ত নিশা তৈত দুই একমন ॥ ৯০৬
ৰজনী প্ৰভাত পাছে হবে স্থানান্তৰ ।
হেন কালে বুলিলন্ত কুন্দাই দামোদৰ ॥ ৯০৭
মনে চিন্তা কৰি কহে কাৰণ দৰ্শাই ।
পুনু যাব লাগে মোৰ কাৰ্য্য ভটিয়াই ॥ ৯০৮
মুদৈক সঙ্গত কৰি যাওঁ পুনঃবাৰ ।
আমাৰ কাৰণে চিন্তা কৰা পৰিহাৰ ॥ ৯০৯
তোমাৰা সকলে চলি যোৱা উজনিত ।
ঘূৰি আহি তোমালোকে মিলিবা তথাত ॥ ৯১০
নেদেখো থাকিব ৰই কাৰ্য্য তোমাসাৰ ।
অলপ কাৰ্য্যৰ লাগি কেন কৰিয়া বিচাৰ ॥ ৯১১
এহি বুলি দুই জনে বিদায় লইয়া ।
যি কৰিলা শুনা পাছে, উলটিয়া গৈয়া ॥ ৯১২

কহিল কুন্দাই যত মুদৈৰ আগত ।
নিচিন্তিয়া সিদ্ধান্ত কহে জানা স্বৰূপত ।। ২১৩
গুৰুদেৱে প্ৰত্যেককে দিলে ভাগ ভাগ ।
আমাৰ নিমিত্তে কিছু নকহিলা বাক ।। ২১৪
এতেকে গুৰুৰ স্থানে আমাৰ গোচৰ ।
বিনা পূৰ্বক মাগো চলিয়ো সত্বৰ ।। ২১৫
এহিমতে আলোচিয়া গুৰু চৰণত ।
নিবেদিলা গৈয়া পাছে হুইয়া অৱনত ।। ২১৬
গুৰুৰ চৰণে পৰি স্বৰ্ভক্তি অন্তৰে ।
কাকুতি প্ৰাৰ্থনা বহু কহে সকাতৰে ।। ২১৭
তব পদে মাগো মনে কিবা প্ৰয়োজন ।
অন্তৰ্য্যামী ভগবান তুমি নাৰায়ণ । ২১৮
ভকত বৎসল দেৱ ত্ৰিদশৰ নাথ ।
তুমি বিনে আমি জানা পৰম অনাথ ।। ২১৯
কৃপালো গুনত থাকি নিজ কৃপা গুণে ।
ৰাখিয়োক কৰি দয়া চৰণ যুগলে ।। ২২০
গুৰুদেৱে জানিলন্ত মনৰ গুপুত ।
এহিমতে তুতি বাণী কৰিলে বহুত ।। ২২১
সদয় হুইয়া মনে গুৰু নাৰায়ণ ।
কহিবে লাগিলা কথা হৈয়া তুষ্ট মন ।। ২২২
তোমাসাৰ প্ৰতি ভৈলো সদয় হৃদয় ।
যিবা বাক্য কহো আৰে শুনিয়ো নিশ্চয় ।। ২২৩
তোমাসাৰ শিক্ষা দীক্ষা ভৈলা প্ৰথমত ।
নাম ধৰ্ম শ্ৰেষ্ঠ দান শাস্ত্ৰৰ সন্মত ।। ২২৪
এক বাক্য কহো পুনু শুনা একমন ।
তোমাসাৰ কৰ্ম হুইব মহিমা দৰ্শন ।। ২২৫
শাস্ত্ৰ সন্মত কাৰ্য্য কৰিবা সতত ।
তাত হন্তে প্ৰকাশিবে নামৰ মহত্ত্ব ।। ২২৬
ৰঙাচৰণে সদায় মোৰ বাক্য ধৰি ।
ধৰ্ম প্ৰৱৰ্ত্তন কাৰ্য্য কৰিবা বিচাৰি ।। ২২৭
ভক্তি জ্ঞান ধৰ্ম দান কৰিবা প্ৰচাৰ ।
কদাচিতো নেবিবাহা সৎ ব্যৱহাৰ ।। ২২৮

এহিমতে আঠ নাট চলিব সকল ।
গুরু রূপে প্ৰকাশিব ন পুৰুষত ॥ ১২৯
ঈশ্বৰ সদৃশ মনে ধৰ্ম আচৰিব ।
ভকত সকলে সদা চৰণে ভজিব ॥ ১৩০
এহি বাক্য ভৈলা মুদৈ ৰঙাচৰণত ।
কুন্দা দামোদৰ প্ৰতি কহে দ্বিতীয়ত ॥ ১৩১
গুৰুৱে কহয় শুনা হেৰা দামোদৰ ।
তোমাৰ মহিমা যশ হ'ব গৌৰৱৰ ॥ ১৩২
জীৱিত কালত কোনো কাৰ্য্যৰ যতন ।
কদাচিতো নেৰিবাহা মনৰ সাধন ॥ ১৩৩
যত কাৰ্য্য কৰা সবে হৈব উদাস ।
মৃত্যু পৰে যশ কীৰ্ত্তি পাইব প্ৰকাশ ॥ ১৩৪
মাহমা প্ৰকাশ হৌক তোমাৰ থানত ।
সৰ্বলোকে সেৱা পূজা কৰিব সতত ॥ ১৩৫
যেয়ে যিবা বাঞ্ছা কৰে হইব পূৰণ ।
কদাচিতো মোৰ বাক্য নহয় খণ্ডন ॥ ১৩৬
ডিব্ৰুক ডাঙৰী সোঁত আছে অবিৰত ।
তোমাৰো মহিমা গুণ পাব যথাৰ্থত ॥ ১৩৭
পচাঁ কাঠৰো গাঁজ মেলিব নিশ্চয় ।
মোৰ বাক্য কদাচিতো অন্যথা নহয় ॥ ১৩৮
ডিব্ৰুক ডাঙৰী সোঁত থাকে যত দিন ।
তোমাৰো মহিমা গুণ প্ৰকাশিব ততদিন ॥ ১৩৯
যিমতে গুৰুৰ বাক্য ভৈলা যি বেলাত ।
অদ্যাপিও নাম যশ প্ৰকাশে তথাত ॥ ১৪০
তাসম্বাৰ কথাচয় থৈলো এহিমানে ।
কৃষ্ণভূজে যি কৰিলা শুনা সাৱধানে ॥ ১৪১
পূৰ্বতে কহিলো স্মৃত ধৰ্ম উজোৱাই ।
অষ্টভূজে দয়া কৰি দিলা লুকুৱাই ॥ ১৪২
সৰ্বানন্দে গুৰুৰ বাক্যে ভৈলা নৰেশ্বৰ ।
গোপীনাথে ভৈলা মুখ্য পাত্ৰবৰ ॥ ১৪৩
কৃষ্ণভূজে সভা সত্ৰ কৰাই নিৰ্মিত ।
নামধৰ্ম প্ৰকাশিলা বসিয়া গাদীত ॥ ১৪৪

অন্নদিন তৈল মাত্র বঞ্চিলা তথাত।
ৰাজ অত্যাচাৰ পুনু ঘটিল প্ৰমাদ ॥ ১৪৫
পূৰ্বে অষ্টভুজে কহি আছে বাক্যখানি।
মহন্তৰ নিৰ্য্যাতন ভবিষ্যতৰ বাণী ॥ ১৪৬
যতেক কহিল মানে প্ৰত্যক্ষ ঘটিল।
খুটীয়া পোতা সত্ৰ বেঢ়িয়া ধৰিল ॥ ১৪৭
গাৰ্গিনী বৰডেকা পিতৃৰ বাক্যত।
পলাই গৈলা পূৰে ৰজাৰ ভয়ত ॥ ১৪৮
টিপাম পাহাৰে যাই ৰাখে জীৱখানি।
সহায় সাৰথি কেহো নাহি জন প্ৰাণী ॥ ১৪৯
দুখে কষ্টে থাকি তৈত মনে মনে চিন্তি।
গুৰুপদ স্মৰিয়া তৈত সাধে নিজ গতি ॥ ১৫০
যৈত প্ৰাণ তেজে টিপাম পাহাৰে।
সেহি স্থানে কত লোকে নানা উপচাৰে ॥ ১৫১
সেৱা পূজা কৰে তাত নীতি অনুসাৰে।
যাহাৰ মহিমা গুণ আজিও বিস্তাৰে ॥ ১৫২
দান ধৰ্ম যত পাৰে কৰে আচৰণ।
যাৰ যিবা মনে তাৰ অভীষ্ট পূৰণ ॥ ১৫৩
অদ্যাপিও ভক্ত সবে মহিমা বিচাৰি।
বহুলোকে সেৱা কৰয় পূজা আচৰি ॥ ১৫৪
এহি বৰ ডেকাৰ বাৰ্ত্তা থৈলো বিৱৰণ।
তাৰ পিছে শুনিয়োক গুৰুৰ কথন ॥ ১৫৫
ৰাজ অত্যাচাৰ হেতু গুৰু মহাশয়।
সত্ৰক তেজিয়া যাব কৰিলে নিশ্চয় ॥ ১৫৬
নদীয়ে উজাই আদি পাই সেহি ঠাই।
চতুৰ্ভুজৰ সঙ্গে পূৰ্ব্বে আছিল লুকাই ॥ ১৫৭
বাৰে কুৰি থল বুলি কহে সাধুজন।
তৈত কত দিন থাকি ৰাখিল জীৱন ॥ ১৫৮
পুনু আসি গুৰু তৈতে ভৈল উপনীত।
থলুৱা ভকতৰ সঙ্গে থাকিল তহিত ॥ ১৫৯
বাক্যক কৰিয়া তৈত গুৰু কৃপাময়।
অদ্যাপিও নাম যশ প্ৰকাশ কৰয় ॥ ১৬০

গুৰুৰ যতেক বাক্য কহোঁ বিদ্যমান।
ভকতৰ হিত হেতু কহিলা প্ৰমাণ ॥ ৯৬১
এটি গৰু খোজৰ মাটি মূঢ়া বিৰিঙাৰ।
উভাৰিব নোৱাৰিব জানিবা তাহাৰ ॥ ৯৬২
সাতহাল দণ্ডালেও শক্তি নহইব।
এখিলা জেঙু পাত মূধত লগাইব ॥ ৯৬৩
মোৰ ভক্ত সবে তৈত আঁৰ লৈ থাকিব।
ইকৰা পাতে নকটাকৈ শান্তিৰে থাকিব ॥ ৯৬৪
আলু কচু বেত গাজ ঢেকীয়া পাত খাই।
এঠালি জেঙৰ পাত হাবিত সোমাই ॥ ৯৬৫
মোৰ নাম গুণ গাব মনে ৰঙ্গকৰি।
মূৰৰ ওপৰত লব জেঙু পাত এঠালি ॥ ৯৬৬
চিকণ ছোৱালী আৰু হাসুৱা কটাৰী।
যাক লাগে ভাটি দেশে যাইবা বিচাৰি ॥ ৯৬৭
ইটো মোৰ সৃত ধৰ্ম কৃষ্ণ গুণ নাম।
উজনি থলত পাবা কহিলো প্ৰমাণ ॥ ৯৬৮
আৰু মোৰ বুলি যদি থাকে কোনো জন।
সিজনৰ কোনো কালে নোহে অমঙ্গল ॥ ৯৬৯
এহি বাক কাৰ পাছে মনত গুণিলা!
কৃষ্ণভূজৰ সমীপে বাৰ্ত্তাক পঠাইলা ॥ ৯৭০
তানে বাৰ্ত্তা জনাইল শুনা যেন মত।
বিধিৰ লিখন যিবা ভৈল সেই মত ॥ ৯৭১
অষ্টভূজে কহে বাপু নকৰিবা হেলা।
তোৰ স্থানে মোক নিয়া অথন্তৰ বেলা ॥ ৯৭২
এহি বাৰ্ত্তা লৈয়া পাছে যেখনে যাৱয়।
কৃষ্ণভূজে ভকতক বচন বোলয় ॥ ৯৭৩
পিতৃৰ বাক্য মানে কহিলা বিচাৰি।
ভকত সকল থাকে বিচাৰ নকৰি ॥ ৯৭৪
যি হেতু পূৰ্ব্বতে কৃষ্ণভূজৰ বিদ্যমানে।
ভকতৰ আলোচনা ভৈল যত মানে ॥ ৯৭৫
অষ্টভূজ ধৰ্ম্মাসনে থাকে যত দিন।
গুৰুপদ লোৱা নীতি নোহে সমীচিন ॥ ৯৭৬

আমাৰ বাক্যক যদি অৱহেলা কৰি ।
গুৰুপদ ধৰ্মাসন লোৱা ক্রন্ত কৰি ॥ ১৭৭
ভৱিষ্যতে তব পিতৃ কোনো কাৰণত ।
আমাক নেপাৱা জানা বুলিলো সত্যত ॥ ১৭৮
একে চুঙে দুটা বাঘ থাকিব নোৱাৰে ।
বুলিলোহো সত্য বাক্য জানা সাৰে সাৰে ॥ ১৭৯
ভকতৰ বাক্য যেৱে অৱহেলা নকৰিৰ ।
কৃষ্ণভূজে ধৰ্মাসন লৈলেক সৰ্ব্বি ॥ ১৮০
যি হেতু ভকত সৱে পূৰ্বৰ সত্যত ।
অৱজ্ঞা ভৈলেক জানা গুৰু সমীপত ॥ ১৮১
অষ্টভূজৰ বাক্য যেবে কৰিলা হেলন ।
সি হেতকে কৃষ্ণভূজৰ মিলে অমঙ্গল ॥ ১৮২
মন দুখে অষ্টভূজে অভিশাপ দিলা ।
গুৰুৰ অসুখ বাক্য খণ্ডন নহৈলা ॥ ১৮৩
অভিশাপ বাণী যেন শুনা ভক্তগণ ।
পৰম আৰাধ্য গুৰু যাহাৰ বচন ॥ ১৮৪
আমাৰ যি গতি ভৈল তাহাৰ তেক্ষয় ।
আমাৰ বাক্যক খণ্ডিবাৰ শক্য নয় ॥ ১৮৫
অচিৰতে অমঙ্গল ঘটিব তোমাৰ ।
বিমানত থান হৈব গুৰুৰ কৃপাত ॥ ১৮৬
এহি বুলি ধ্যান যোগে অন্তৰ্ধান ভৈলা ।
নৰ নাট সামাৰয়া বৈকুণ্ঠে চলিলা ॥ ১৮৭
চন্দ্ৰ ৰস গ্ৰহ গুৰু শকৰ শেষত ।
শুকুলা দশমী তিথি বহাগ মাহত ॥ ১৮৮
বৈকুণ্ঠে বিমানে চলে অষ্টভূজদেৱ ।
যাহাৰ চৰণে মনে সদা কৰো সেৱ ॥ ১৮৯
তাহাৰ কৃপাল গুণ বিনে নাই আন ।
হৰিৰ কীৰ্ত্তন সদা বোলা ৰাম ৰাম ॥ ১৯০

---

১ লিহিং চন্দ্ৰ গোস্বামী সত্ৰাধিকাৰ কৃত "গায়ামৰা শ্ৰীশ্ৰীটিপুক সত্ৰ চৰিত"ৰ পৰা সংগৃহীত

উপৰঞ্চি (ঘ)

# মায়ামৰা উজনী সত্ৰৰ বিৱৰণী

## ১) শয়ন ঘৰ :

শয়ন ঘৰত গুৰুজনাৰ এখন গাদী থাকে। গুৰুজনাই সপৰিয়ালে উক্ত ঘৰত থাকে।

## ২) বাট চ'ৰা ঘৰ :

সত্ৰৰ প্ৰতিটো ঘৰত সন্মুখত এই বাটচ'ৰা ঘৰ থাকে। গুৰুসকলে সত্ৰত নিজে পূজি থকা দেৱ-দেৱীসকলৰ (অদৃশ্য) একোজনক এই বাট চ'ৰা ঘৰৰ ৰখীয়া হিচাবে দিয়ে। বাট-চ'ৰা ঘৰ পাৰ হৈ যাওঁতে গুৰু বা শিষ্য সকলোৱে মূৰ দোৱাঁই পাৰ হৈ যায়। বাট-চ'ৰা ঘৰ সাধাৰণতে সত্ৰৰ যি কোনো ঘৰৰ সন্মুখত সৰু আৰু বেৰ নিদিয়াকৈ তৈয়াৰী ঘৰ।

## ৩) মন্দিৰ ঘৰ :

মন্দিৰ ঘৰটো একালেদি টুপ আৰু আনটো মূৰত হাতী-চালি দি সুন্দৰকৈ সজোৱা হয়। মন্দিৰ ঘৰ টুপ থকাৰ ফালে ভিতৰত ভাগৱত-শাস্ত্ৰ স্থাপন কৰি থয়। এই ভাগৱত শাস্ত্ৰখনি শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ ৰচিত "ভক্তিমঙ্গল ঘোষা"। গুৰুজনৰ গাদীখনো উক্ত ঘৰটোৰ ভিতৰত আগফালে গাৰু, জাপি, শৰাই গুৰুজনৰ কাৰণে ৰখা হয়। প্ৰয়োজন হ'লে গুৰুৰ আদেশত খাটনীয়ালে গুৰুৰ উক্ত বস্তুবোৰ মন্দিৰ-গৃহৰ পৰা উলিয়াই ৰাখে। নতুন নতুন ল'ৰাক শৰণ দিওঁতে গুৰুজনাই এই মন্দিৰ ঘৰতে বহু ধৰ্মীয় কথা শিকায়। গুৰুৰে শৰণ লোৱা সকলক মন্দিৰ ঘৰৰ ভিতৰত আঠু কঢ়াই লৈ তিনিজন অদৃশ্য দেৱতাৰ নামত তিনি দণ্ড দিয়ে। তাতে নতুন জন্ম স্বৰূপে শৰণীয়াল সকলক নতুন (গুপ্ত নাম) ধৰ্মীয় নাম

দিয়ে এজন এজনকৈ সকলো নতুন শৰণীয়ালক। অদৃশ্য দেৱতা বুলিলে এই অৰ্থ বুজিব নেলাগে যে অন্যান্য দেৱতাৰ নাম লোৱা হয়। শ্ৰীকৃষ্ণৰ তিনিটা নামকে অদৃশ্য তিনিজনা দেৱতা বুলি কোৱা হয় আৰু তাৰ তাৎপৰ্য্যও অতি গভীৰ। শৰণীয়ালসকলৰ ধৰ্মীয় নামো ভগৱানৰে এক নাম -যেনে, যদি লৱোৰাম নামৰ এজনে শৰণ লয়, গুৰুৱে তেওঁৰ নাম দিব "লক্ষ্মীপতি" বা "লক্ষ্মীমপতি" যি ভগৱানৰে এক নাম। গতিকে শৰণীয়ালসকলৰ নিজা নামৰ আদি অক্ষৰৰ লগত মিলাই ভগৱানৰ নাম এটাকে দিয়া হয় আৰু এজনে সিজনক মাতিলে ভকতীয়া নামেৰেহে মাতিব পাৰে। ভকতীয়া নামেৰে মতা মানেই ভগৱানৰ নাম লোৱা। এই ভকতীয়া নামবোৰ নাম জাননী নামৰ এখন সবাহ হোৱাৰ পাছতহে প্ৰকাশ কৰে। বাৰ মাহৰ তিথি সমূহৰ শৰাই, তামোল-পানৰ টোপোলা আদি উক্ত মন্দিৰ-ঘৰতে বান্ধে। যি কোনো তিথিত গুৰু আৰু ভকতে প্ৰথমে মন্দিৰ ঘৰৰ পৰা নামঘৰ, পৰগুণৰ ঘৰলৈ যায়। শিষ্যসকলৰ গুৰুত্বপূৰ্ণ সমস্যাৰ সমাধান বিচাৰি গুৰু কাষ চাপে এই মন্দিৰ ঘৰতেই। কোনো কোনো সময়ত শিষ্যই গুৰুক উক্ত ঘৰৰ ভিতৰত সমস্যাৰ নিশ্চিত সমাধানৰ বাবে শপত খুওৱায়।

## ৪) প্ৰসঙ্গ ঘৰ বা যোগ-ধ্যানৰ ঘৰ :

পৰগুণৰ ঘৰটো এফালেদি টুপ আৰু আনটো মুৰত হাণ্ডী-চাকি দি সুন্দৰকৈ সজোৱা হয়। উক্ত ঘৰত নেতৌ পুৱা গধুলি গুৰুৱে আহাৰ গ্ৰহণ কৰাৰ আগতে চাৰি ওঝা আৰু পলীয়াই ঈশ্বৰৰ নাম লৈ প্ৰথমে তিনিবাৰ কাঁহ আৰু তিনিবাৰ ডবা কোৱাই নিৰ্দিষ্ট দেৱতাক অৱগত কৰে। তাৰ পাছত খৰকৈ এশবাৰ ডবা আৰু তাল কোৱাই ভাগৱত, ঘোষা আদি পাঠ কৰি প্ৰসঙ্গ (পৰগুণ) সামৰে। তাল, কাঁহ, ডবা উক্ত ঘৰত থয়। চাৰিযোগৰ ধৰ্মপুথি, নাম-কীৰ্ত্তনৰ সা-সঁজুলি উক্ত ঘৰতে ৰাখে।

## ৫) যজ্ঞঘৰ (বলীশাল) :

যজ্ঞ ঘৰটো সাধাৰণ ঘৰৰ দৰে পাচদাল মাৰলি দি সুন্দৰকৈ সজোৱা হয়। উক্ত ঘৰত যজ্ঞ পাতে। হাঁহ, পাৰ আৰু ছাগলী বলী

দিয়া হয়। বলী দিবৰ বাবে উক্ত ঘৰত এজন দেউৰী (বুঢ়া) থাকে। দেউৰীজনৰ বাহিৰে অন্য লোকে বলী দিয়াৰ কাম কৰিব নোৱাৰে। অৱশ্যে এই কথা সত্য যে চৰাই বা ছাগলী দাৱে ঘপিয়াই নাকাটে। পানীত বুৰাবিয়াই উশাহ বন্ধ কৰাই মাৰে।

## ৬) নামঘৰ :

এই মূৰত টুপ দি নামঘৰটো সজোৱা হয়। এটা নামঘৰ গুৰুজনৰ আৰু আনটো নামঘৰ শিষ্যসকলৰ। দুয়োটা নামঘৰত মূৰৰ ফালে সৰুভেটি (সান্দোৱা) থাকে। উক্ত সান্দোৱাত তিথি পতাৰ দিনা চন্দ্ৰতাপ তাঁৰ ভাগৱত থাপনা কৰে। কেইটামান তিথিত গুৰুৱে নিজে নামঘৰলৈ যাব লগা হয়। তেতিয়া খাটনীয়ালে গুৰু বহিবৰ বাবে নামঘৰত গাদী পাৰি দিয়ে। কেতিয়াবা কেতিয়াবা গুৰুৱে শিষ্যসকলৰ নামঘৰতো বহিব পাৰে। তেতিয়া খাটনীয়ালে গুৰুক গুৰুৰ নামঘৰৰ ছত্ৰ ধৰি শিষ্যসকলৰ নামঘৰলৈ লৈ যায়। সেইদৰে শিষ্যৰ নামঘৰৰ পৰা ঘূৰি আহোঁতেও ছত্ৰ ধৰি লৈ আহে। এই পৰম্পৰাগত আতৰণি মৰাণসত্ৰৰ বাহিৰে অন্য সত্ৰত দেখা পোৱা নাযায়। ছত্ৰটো মৰাণসকলে নিজে সজা ফুলাম বৰজাপি কিন্তু ধৰিবলৈ নাল এডাল থাকে।

## ৭) ওজা-পলীয়া থকা ঘৰ :

উক্ত ঘৰটো সাধাৰণভাৱে সজোৱা ঘৰ। ওজা আৰু পলীয়া সকলে সত্ৰত বিভিন্ন কাম কৰিবৰ বাবে উক্ত ঘৰটোত থাকি লব লগা হয়।

## ৮) থান :

গুৰুৰ ইচ্ছা হোৱাৰ পিছত তেওঁক যি ঠাইত থোৱা হ'য়, তাকে থান বোলে। এই থান সমূহৰ পৱিত্ৰতা সকলো শিষ্যই মানি আহিছে আৰু এই থানত সেৱা কৰিলে ঈপ্সিত বস্তু লাভ কৰিব পাৰি বা মনোকামনা পূৰ্ণ হয় বুলি মায়ামৰা সমাজত বিশ্বাস। □

